তবিউল হুছেইনৰ

# নিৰ্বাচিত ৰসোত্তীৰ্ণ ৰচনা সম্ভাৰ

(দ্বিতীয় খণ্ড)


তবিউল হুছেইন

সম্পাদনা

ড° অনিমা দত্ত



চন্দ্ৰ প্ৰকাশ

পাণবজাৰ : গুৱাহাটী-১

'Tabiul Hussainar Nirbasit Rasottyrna Rasana Sambhar' (2nd Part) A collection of personal stories written by **Mr. Tabiul Hussain** Edited by **Dr. Anima Dutta** and Published by Rajendra Mohan Sarma on behalf of Chandra Prakash Panbazar Ghy-1

# তবিউল হুছেইনৰ নিৰ্বাচিত
# ৰসোত্তীৰ্ণ ৰচনা-সম্ভাৰ (২য় খণ্ড)

সম্পাদনা ঃ ড° অনিমা দত্ত

প্ৰকাশক ঃ ৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ,
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ ঃ ২৫১১৯৪৬

প্ৰথম প্ৰকাশ ঃ ২০০৭ চন

বেটুপাত ঃ শ্ৰীত্ৰৈলোক্য দত্ত

ডি টি পি ঃ টেকনো এড, গোস্বামী ছাৰ্ভিচ, গুৱাহাটী-৩,
দূৰভাষ ৯৮৬৪২-৯৬০৩০

মূল্য ঃ ৬০.০০ টকা

মুদ্ৰক ঃ **কম্পটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া**
**বামুণীমৈদাম গুৱাহাটী -২১**



মোৰ

নাতিনী চাভিলা আৰু জিনত,

নাতি চাহৰিয়াৰ আৰু আৰিয়াৰ

তেওঁলোকৰ হাতত

তৰিউল হুছেইন

# সম্পাদকৰ একলম

সাহিত্যৰ প্ৰসাদ গুণেৰে পৰিপুষ্ট তবিউল হুছেইন ডাণ্ডৰীয়াৰ ব্যক্তিগত ৰচনাসমূহ প্ৰকৃত অৰ্থতে ৰসোত্তীৰ্ণ। জীৱনৰ প্ৰতি আশাবাদী দৃষ্টিভংগী থাকিলেহে এনে ধৰণৰ ৰচনা লিখিব পৰা যায়। দৈনন্দিন জীৱনত লাভ কৰা নানাধৰণৰ অভিজ্ঞতাৰ কথা লেখকে এনেধৰণে ৰসাল কৰি বৰ্ণনা কৰিছে যে প্ৰতিখন ৰচনা পঢ়িবলৈ আৰম্ভ কৰিলে একে বহাতে শেষ নকৰাকৈ উঠি যোৱা টান। ব্যক্তিগত ৰচনাৰ (Personal Essay) এইটোও এটা গুণ বা লক্ষণ। সকলো মানুহৰে জীৱনত লব্ধ হৈ থকা নানাধৰণৰ অভিজ্ঞতা অথবা সচৰাচৰ ঘটি থকা ঘটনাবোৰ লেখকে প্ৰত্যয়শীল ৰূপত নিৰ্মল হাস্যৰসৰে বিবৃত কৰিছে। প্ৰতিখন ৰচনাই পাঠকৰ অন্তৰ পৰশি যায় আৰু পাঠকক অনাবিল আনন্দ প্ৰদান কৰে। এই ৰচনাসমূহৰ আন এটা বিশেষত্ব হৈছে—এইবোৰ মনোৰম কথনৰ একো একোটা চুটিগল্প বুলিও ভাবিব পাৰি। আমি এই কথাত নিশ্চিত যে এই সংকলনটিয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হ'ব। তবিউল হুছেইনে অবিৰতভাৱে কলম চলাই যাওঁক তাৰেই কামনাৰে—

ড° অণিমা দত্ত

# ।। কৃতজ্ঞতাৰে এষাৰ ।।

মই এই কথা পোন প্ৰথমে ক'বই লাগিব যে শ্ৰদ্ধেয় হোমেন বৰগোহাঞিঃ মোৰ বাবে এক প্ৰাতঃস্মৰণীয় ব্যক্তি। মই আচলতে লেখকৰ শাৰীত পৰোনে নপৰো, ক'ব নোৱাৰো। কিন্তু কোনো কোনো মানুহে মোক আজি কালি লেখক বুলি কয়। বৰগোহাঞিঃ দেৱৰ সান্নিধ্য, মৰম, অনুগ্ৰহ, উদ্‌গনি, অনুপ্ৰেৰণা আদি নোপোৱা হ'লে মোক কোনেও লেখক বুলি ক'বলৈ সুবিধা নাপালেহেঁতেন। হোমেন বৰগোহাঞিঃ দেৱৰ ওচৰত সেয়েহে মই সদায়েই ঋণী আৰু কৃতজ্ঞ।

লগতে ড' নগেন শইকীয়া, ড' লক্ষ্মীনন্দন বৰা, ড' যোগেন্দ্ৰ নাৰায়ণ ভূঞা, অতুলানন্দ গোস্বামী, ৰবীন্দ্ৰ বৰা, হীৰেণ দত্ত, বিমল হাজৰিকা, ড' ভূপেন শৰ্মাকে ধৰি বহুসংখ্যক স্বনামধন্য সাহিত্যিকেও ক'ৰবাত ক'ৰবাত মোৰ কথা লিখি মোক উৎসাহ, উদ্‌গনি আদি যোগাই আহিছে। তেখেতসকলৰ প্ৰতিও মই বৰ কৃতজ্ঞ।

তাৰোপৰি, গুৱাহাটীকে প্ৰমুখ্য কৰি অসমৰ বিভিন্ন ঠাইৰ পৰা বহুজনে খবৰ কাকতলৈ চিঠি লিখি, মোলৈ ফোন কৰি, কেতিয়াবা ক'ৰবাত লগ পালে মোৰ লেখাবোৰ পঢ়ি ভাল পোৱা বুলি সময়ে সময়ে প্ৰকাশ কৰি আহিছে তথা মোক জনাই আহিছে। তেখেতসকলৰ নাম উল্লেখ কৰিবলৈ গ'লে তালিকাখন বৰ দীঘলীয়া হ'ব। গতিকে নাম উল্লেখ নকৰাকৈয়ে মোৰ সেই শ্ৰদ্ধাৰ পাঠকসকললৈয়ো মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল।

মোক এই কথা বহুতেই কৈছে আৰু কোনো কোনোৱে লিখিছেও যে মোৰ লেখাবোৰত ৰস আছে, ৰসৰ মাজতে সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকলৈ একোটাইত বাৰ্তাও আছে, একোটা কাহিনীৰ মাজত বহুবোৰ উপকাহিনীও আছে আৰু উৎকণ্ঠাৰ শেষত এক আনন্দদায়ক পৰিসমাপ্তিও আছে। লেখাবোৰত বিষয় বস্তুতকৈ কথন শৈলীৰ প্ৰাধান্য বেছি আৰু এইবোৰেও মোৰ লেখাবোৰ অধিক মনোগ্ৰাহী কৰি তুলিছে।

আনৰ পৰা এনেবোৰ কথা জানি-শুনি মোৰ ধাৰণা হৈছে যে মোৰ লেখাবোৰ পঢ়ি নতুন নতুন পাঠকেও নিশ্চয় আনন্দ লভিব।

মোৰ এই সংকলনটিৰ আগকথাত দুআষাৰ লিখি মোক অনুগৃহীত কৰাৰ বাবে মোক চিনি নোপোৱা সময়তেই অসম সাহিত্য সভাৰ হোজাই অধিৱেশন (বছৰেকীয়া অধিৱেশন) ৰ স্মৃতিগ্ৰন্থত মোৰ লেখাক প্ৰশংসা কৰি আষাৰচেৰেক লিখা সাহিত্য অকাডেমিৰ বঁটা লাভ কৰোঁতা, বিশিষ্ট লেখক আৰু সমালোচক, গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰাক্তন অধ্যাপক শ্ৰদ্ধেয় হীৰেণ দত্ত দেৱলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালো।

বিশিষ্ট গল্পকাৰ, ঔপন্যাসিক, নিবন্ধকাৰ, সমালোচক ড° ভূপেন শৰ্মা দেৱে এই সংলনটোত মোৰ বিষয়ে দুআষাৰ লিখি মোৰ প্ৰতি যি অনুগ্ৰহ দেখুৱালে তাৰ বাবে তেখেতৰ প্ৰতিও কৃতজ্ঞতা জ্ঞাপন কৰিলো।

এই সংকলটি সম্পাদনা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰাক্তন অধ্যাপিকা, বিশিষ্টা গল্পকাৰ, মোৰ লেখা পঢ়ি মুগ্ধ হোৱা শ্ৰদ্ধেয়া ড° অনিমা দত্ত বাইদেৱেও মোৰ প্ৰতি যি সহৃদয়তা প্ৰদৰ্শন কৰিলে, তাৰ বাবে তেখেতৰ প্ৰতিও মই কৃতজ্ঞ হৈ ৰ'লো।

বেটুপাত অংকন কৰি দি সহায় কৰাৰ বাবে শ্ৰীত্ৰৈলোক্য দত্ত দেৱকো ধন্যবাদ জনালো।

এই সংকলনটি উলিওৱাত বিভিন্ন প্ৰকাৰে সহায় কৰাত মোৰ বৰ কন্যা নিকুমণি আৰু প্ৰাগজ্যোতিষ কলেজৰ প্ৰবক্তা, সাহিত্যসেৱী, সমালোচক বিন্দু ভূষণ বৰাকো ধন্যবাদ জনালো। লগতে এই সংকলনটি উলিওৱাত উৎসাহ যোগোৱাৰ বাবে মোৰ মাজু কন্যা ৰিকু আৰু সৰু জীয়ৰী চিংকুলৈও ধন্যবাদ থাকিল।

এই সংকলনটি প্ৰকাশ কৰাৰ দায়িত্ব লৈ মোৰ প্ৰতি অনুগ্ৰহ প্ৰদান কৰাৰ বাবে চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰদ্ধেয় ৰাজেন্দ্ৰ মোহন শৰ্মা দেৱৰ প্ৰতিও মই কৃতজ্ঞ হৈ ৰ'লো।

সদৌ শেষত ডি.টি.পি.কে আদি কৰি আনুসংগিক আটাইবোৰ কামত সহায় কৰি সংকলনটি প্ৰকাশ কৰাৰ উপযোগী কৰি তোলাত টেকনো এডৰ স্বত্বাধিকাৰী নৱজ্যোতি দেৱচৌধুৰী দেৱকো ধন্যবাদ জনালো।

**তৰিউল হুছেইন**

তাং - ১০/১২/২০০৭

**নামঘৰ পথ, পাঞ্জাবাৰী,**

**গুৱাহাটী-৩৭, দূৰভাষ- ২৩৩৬৫৭৪**

# আগকথা

তবিউল হুছেইন, ডাঙৰীয়াৰ নিৰ্বাচিত ৰসোত্তীৰ্ণ ৰচনা সম্ভাৰ, দ্বিতীয় খণ্ডৰ আগ কথা লিখাৰ সুযোগ পাই মই বিশেষভাৱে সন্মানিত আৰু আনন্দিত হৈছোঁ। তেখেত এজন অনন্য ব্যক্তিত্বসম্পন্ন ভদ্ৰলোক। তেখেতৰ মাৰ্জিত ৰুচিবোধ, সংস্কৃতিপৰায়ণতা আৰু অমায়িকতাই মোক মুগ্ধ কৰে। লগতে এইটো কথাও উপলব্ধি কৰি বিস্মিত হওঁ যে দেখাত শান্ত আৰু সহজ-সৰল এই মানুহজন সূক্ষ্ম বিশ্লেষণাত্মক শক্তি আৰু জীৱন সম্বন্ধে গভীৰ জ্ঞানৰ অধিকাৰী। প্ৰধানতঃ তেখেতৰ জীৱন-বোধ Comic view point of life-ৰ দ্বাৰা নিৰ্ণীত। Comic view point- কথাফাঁকিৰ অৰ্থ সুবিস্তৃত। হাস্যৰস অৱশ্যেই ইয়াৰ মৰ্ম্মত। তদুপৰি জীৱনত বাস্তৱ-বুদ্ধিৰ উপযোগিতাৰ বিষয়ে কমেডিয়ে আগৰ পৰা গুৰিলৈকে সাঁকিয়াই থাকে। ট্ৰেজেদিত অনুভূতিৰ মুক্তপ্ৰবাহৰ যোগেদি চৰিত্ৰ একোটাই জীৱনৰ অৰ্থৰ সন্ধান  কৰে। নিশ্চিত মৃত্যুৰ মুখামুখি হৈ জীৱনক যাচাই কৰি চায়। কমেডিৰ চৰিত্ৰবোৰে এনে বিধ্বংসী কাৰ্যৰ পৰা বিৰত থাকি আনন্দময় জীৱন এটাৰ প্ৰস্তুতিত ৰত থাকে। পাৰস্পৰিক সৌহাৰ্দ্য, উদাৰতা, সহনশীলতা আদি প্ৰমূল্যৰ ভিত্তিত এখন সুখী প্ৰাণৱন্ত সমাজ কমেডি-ধাৰাৰ লেখকসকলৰ একান্ত কাম্য। এই প্ৰক্ৰিয়া পছন্দ নকৰা বা এই প্ৰক্ৰিয়াত বিঘিনি জন্মোৱা ব্যক্তিসকলক কমেডিৰ লেখকসকলে পাঠকসকলৰ চকুৰ আগলৈ আনে আৰু তেওঁলোকৰ স্বৰূপটো উদঙাই দিয়ে। ভাবাবেগ বা অনুভতিতকৈ যুক্তিযুক্ততাকহে কমেডি ধাৰাৰ লেখকসকলে প্ৰাধান্য দিয়ে। ব্যঙ্গ, বুদ্ধিদীপ্ত হাস্যৰস (wit) খাঁটি হাস্যৰস (humour) আৰু পৰিহাস- এইবোৰ আৰু ইয়াৰ উপৰিও অনেক ৰচনা-কৌশল এই ধাৰাৰ লেখকসকলে প্ৰয়োগ কৰে। এনেবোৰ ৰচনা-কৌশলৰ তীব্ৰতা আৰু প্ৰসংগভিত্তিক উপযোগিতা লেখসকলৰ ব্যক্তিত্ব অনুসৰি বেলেগ বেলেগ মাত্ৰাৰ হয়। এতিয়াৰ এই আগকথাটোত এজন বিশেষ লেখকৰ বিষয়ে লিখিবলৈ লৈ

কমেডিৰ বিষয়ে সাহিত্যৰসিকসকলে জনা মূল কথা কেইটামান দোহৰাৰ কাৰণটো হ'ল যে অসমীয়া সাহিত্যতো সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাকে মুখ্য কৰি কমেডি-ধাৰাৰ জনদিয়েক লেখকে তেওঁলোকৰ উজ্জ্বল কীৰ্তি ৰাখি আহিছে। তবিউল হুছেইনো সেই বিশেষ ধাৰাটোৰ এজন সফল লেখক। এই ধাৰাটোৰ যথাযথ বিকাশৰ খুব প্ৰয়োজন এইবাবেই যে ভাগৰ জুৰোৱা হাঁহি-তামাচাৰ সদালাপৰ উপকাৰিতাৰ কথা কৈ শেষ কৰিব নোৱাৰি। এই আনন্দদায়ক প্ৰক্ৰিয়াটোৱে মানুহৰ ব্যক্তিত্বক পূৰ্ণতা দিয়ে। কেৱল জীৱনৰ অভিজ্ঞতাৰ পৰা সেয়া সন্তোষজনক পৰিমাণত প্ৰায়ে পোৱা নেযায়। লেখকসকলৰ পৰা সেইবিধ সমল আহৰণ কৰি লোৱাৰ প্ৰয়োজন সদায় থাকে। সেইবাবেই আমেৰিকাত Mark Jwain এতিয়াও বিপুলভাৱে সমাদৃত। উত্তম হাস্যৰসৰ স্ৰষ্টাজন এজন প্ৰাজ্ঞ ব্যক্তি।

বাস্তৱৰ ওপৰপিঠিতে ঘটি থকা সাধাৰণ ঘটনা-পৰিঘটনাবোৰেই আন হাস্যৰসিকসকলৰ দৰে তবিউল হুছেইনৰো সামগ্ৰী। জীৱনকালত প্ৰতিজন মানুহেই মানবিক সম্পৰ্কৰ এখন জাল (network) গোঠাৰ কামত প্ৰবৃত্ত হয়। জীয়াই থকাৰ আনন্দ আৰু নিৰাপত্তাবোধৰ আশ্বাস এই প্ৰবৃত্তিৰ পৰাই আহে। এই কাৰ্যৰ পৰা আশানুৰূপ ফল পাবলৈ হ'লে সততা, সৰ্তকতা আৰু সজাগতাৰ সদায় প্ৰয়োজন হয়। তবিউল হুছেইন বহুমাত্ৰাযুক্ত আৰু বিস্তৃত মানবিক সম্পৰ্কৰ এজন সূক্ষ্ম-সচেতন পৰ্যবেক্ষক। লগতে নিজকো এই human comedy-ৰ এজন ভাৱৰীয়া বুলি গণ্য কৰি লোৱা কথাটোৱে তেখেতৰ ৰচনাবোৰক বিশেষভাৱে আকৰ্ষণীয় কৰি তুলিছে। কেতিয়াবা তেখেতে নিজকে আন দহজনৰ মাজৰ এজন হিচাপে দাঙি ধৰে আৰু কেতিয়াবা সৰলমনা অজলাৰ ৰূপত লেখাবোৰৰ মাজত আবিৰ্ভাৱ হয়হি। আত্মজীৱনীমূলক অভিজ্ঞতাৰ ভিত্তিত তেখেতে বিপুলসংখ্যক চৰিত্ৰ চিত্ৰায়িত কৰিছে। মধ্যবিত্ত সমাজ আৰু নিঃস্ব সমাজ, দুয়োটা শ্ৰেণীৰ পৰা চৰিত্ৰবোৰ অনা হৈছে। মানুহৰ সহজাত আশা-আকাংক্ষা, দুখ-সুখ আৰু সবলতা-দুৰ্বলতা, বিশ্বাস-সংশয়—এই আটাইবোৰ উদাৰতা আৰু সহানুভূতি সহকাৰে তেখেতে ভাগে ভাগে তুলি ধৰিছে। ড° ভূপেন শৰ্মাই ক'বৰ দৰে তেখেত এজন "গভীৰ অন্তৰ্দৃষ্টিসম্পন্ন জীৱনপ্ৰেমী লেখক।" আকৌ সূক্ষ্ম "আইৰণি"ৰ যোগেদি হুছেইন ডাঙৰীয়াই আমাক জনাইছে যে তেখেতৰ লেখাবোৰত "ৰসৰ মাজতে সমাজৰ বিভিন্ন শ্ৰেণীৰ লোকলৈ বাৰ্তাও আছে।" দেখা গৈছে যে বাৰ্তাবোৰ কিন্তু নিজৰ জীৱনত ঘটা একো-একোটা সৰু-ডাঙৰ ঘটনাৰ কৌতুকপূৰ্ণ আৰু ৰসাল বৰ্ণনাৰ মাজেদিহে প্ৰেৰণ

কৰা হৈছে। এই সাফল্য তেখেতৰ মৌলিকত্বৰ পৰিচায়ক। তদুপৰি এইটো সাফল্যই তেখেতৰ বহুকেইখন ৰচনা কেৱলমাত্ৰ কিছুমান দেখাত অপ্ৰত্যাশিত ঘটনা-পৰিঘটনাৰ খুঁটি-নাতিৰ ৰসাল মেৰপাক হোৱাৰ পৰা ওপৰলৈ তুলি ধৰিছে। অন্তৰ্লীন সংগতি থকা এক জীৱনবোধে তেখেতৰ ৰস-ৰচনাবোৰক যথাৰ্থ সাহিত্যিক গুণসম্পন্ন কৰি তুলিছে। হুছেইন ডাঙৰীয়াৰ লেখাবোৰত পোৱা আন এটা বিশেষ উল্লেখনীয় গুণ হ'ল নাটকীয় উপস্থাপন পদ্ধতি। সাধাৰণ মানুহৰ সাধাৰণ জীৱন-ধাৰাৰ মাজতো কৌতূহলোদ্দীপক নাটকীয় ঘটনা ঘটি থাকে। তাৰে কিছুমান আনন্দদায়ক আৰু আন কিছুমান বেদনাদায়ক। প্ৰতিভাবান লেখক হুছেইন ডাঙৰীয়াই এনেকুৱা ঘটনাবোৰকে চিত্তাকৰ্ষক ধৰণেৰে ৰূপায়িত কৰিছে। সংলাপ ৰচনাৰ ক্ষেত্ৰত্‌ তেখেতৰ অসাধাৰণ দক্ষতা আছে। নাট্যকাৰ হিচাপে সাহিত্যিক জীৱনৰ আগছোৱা অতিবাহিত কৰা অভিজ্ঞতাৰ হেতুকে সংলাপবোৰ ৰচনাখিনিত লগ পোৱা চৰিত্ৰবোৰৰ সৈতে ইমান উপযুক্তকৈ সঙ্গত হৈছে। মাৰ্জিত কথা-বতৰাৰ স্বচ্ছন্দ প্ৰবাহ তেখেতৰ ভাষাৰ ওপৰত থকা অনায়াস দখলৰ প্ৰমাণ। নিখুঁট শিষ্টাচাৰৰ ৰীতিৰ দ্বাৰা প্ৰতিখন ৰচনা নিয়ন্ত্ৰিত। সেই পৰিসৰৰ ভিতৰতে পাওঁ কৌতুক, আকস্মিক আৰু বিচিত্ৰ অভিজ্ঞতাৰ পাৰ ওপচোৱা হাঁহিৰ লহৰ। ব্যঙ্গৰ পৰিমাণ তাকৰ। ৰচনাখিনিৰ আন এটা বিশেষভাৱে লক্ষ্যণীয় বিষয় হ'ল আনৰ লগত খকা-খুন্দা নলগাকৈ চলি থাকিবৰ বাবে প্ৰত্যুৎপন্নমতি গুণটোৰ প্ৰয়োজনীয়তা। লগতে এই গুণটোৰ প্ৰয়োগে লেখকৰ বুদ্ধিদীপ্ত মনৰ উজ্জ্বল চানেকি দাঙি ধৰে। "টেঙৰ মানুহৰ লিষ্ট" নামশীৰ্ষক ৰচনাখন তাৰ এটা উজ্জ্বল দৃষ্টান্ত। মোক পাহৰিব নোৱাৰা ধৰণৰ আনন্দ দিয়া চাৰিখন ৰচনা হ'ল "কথাবোৰ আচলতে সঁচা নহয়", "মই আজিকালি নহঁহা হৈছোঁ", "নোকোৱাই ভাল" আৰু "কেৱল নমস্কাৰ"। প্ৰথমখন ৰচনাৰ বাৰ্তাটো হ'ল যাত্ৰাকালত নাপিত দেখিলে যাত্ৰাভংগ হয়—এই কুসংস্কাৰটোৰ অহৈতুকতা। কেইজনমান নাপিতৰ খাঁটি মানবিকতা হৃদয়গ্ৰাহী ৰূপত বৰ্ণনা কৰি লেখকে এই কুসংস্কাৰটো নস্যাৎ কৰিবলৈ বিচাৰিছে। দ্বিতীয় আৰু তৃতীয়, এই দুখন ৰচনা পাৰস্পৰিকভাৱে যুক্ত। চিনাকি-অচিনাকি দোমোজাৰ মাজত লগ পোৱা ব্যক্তি একোজনক লগ পালে হাঁহি মাৰি সম্ভাষণ জনোৱা অভ্যাসটোৰ প্ৰতিক্ৰিয়াৰ বিষয়ে ৰসাল আলোচনা ইয়াত আছে। দেখাত তুচ্ছ যেন লগা মামুলী কাৰ্য একোটাৰো যে পৰিণাম জটিল হৈ উঠিব পাৰে, সেই সত্যটো উপলব্ধি কৰি উঠিলেহে ৰসৰচনা দুখন যথাৰ্থতে উপভোগ্য হৈ উঠিব। এই সংকলনটোত ঠাই পোৱা এখন ব্যতিক্ৰমধৰ্মী ৰচনা হ'ল "এটা প্ৰয়োজনৰ মৃত্যু"। দৰাচলতে ৰচনাখনে এটা গল্পৰ

ৰূপ পৰিগ্ৰহ কৰিছে। গল্পটোত হাস্যৰসতকৈ করুণ ৰসে অধিক প্ৰাধান্য পাইছে। এজন বৃদ্ধ মানুহৰ নিসঙ্গতা আৰু এনে নিসঙ্গতাই জন্ম দিয়া তীব্ৰ অসহায়বোধ গল্পটোৰ বিষয়-বস্তু। জীৱন যে হাঁহি-কান্দোনৰ এক আচৰিত ধৰণৰ খেল, সেই কথাটো মূৰ্ত হৈ উঠা এই গল্পটো পঢ়ি ক'ব খুজিছোঁ যে এনেধৰণৰ ৰচনাই তেখেতৰ লেখনিলৈ বৈচিত্ৰ্য আনিব পাৰিব বুলি আশা কৰি তেখেতৰ পৰা আৰু এনেকুৱা লেখা পাম বুলি আশা কৰিলো।

তবিউল হুছেইনৰ ৰচনা মই ভাল পোৱাৰ আৰু দুটামান কাৰণ আছে। মই তাত পোৱা অশিক্ষিত আৰু নিঃস্ব মানুহবোৰৰ সৈতে মৰা চুপতিবোৰ খুব উপভোগ কৰো। চুপতিবোৰৰ সৈতে লেখকৰ সিহঁতৰ প্ৰতি মৰম আৰু দৰদ মিহলি হৈ থাকে। মই লেখাবোৰত পাওঁ অসমৰ আওহতীয়া চুক-কোণ একোটাত মাজে সময়ে অনুষ্ঠিত হোৱা উৎসৱ একোটাই আনি দিয়া উলহ-মালহবোৰৰ ৰসাল আকৰ্ষণীয় বৰ্ণনা। একোকে গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰা আলহী এজনক আমলখি এটাকে যাচি অতিথি-পৰায়ণতাৰ নিৰ্মল আনন্দ প্ৰকাশ কৰা হোজা বৃদ্ধা এগৰাকীৰ আন্তৰিকতাই মোক মোহিত কৰে।

চাকৰি কালত লগ পোৱা অলেখ প্ৰকাৰৰ মানুহৰ সংস্ৰৱলৈ অহা অভিজ্ঞতাৰাজি তবিউল হুছেইন ডাঙৰীয়াই আনন্দেৰে সৈতে আমাৰ আগত মেলি দিছে। তাৰে সৈতে বৰ্তমানে লাভ কৰা অভিজ্ঞতাও সংযুক্ত হৈছে। ব্যক্তিগত ৰচনাৰ নিৰ্মাণ-ৰীতি তেখেতে উপাদেয় ধৰণেৰে আয়ত্ত কৰিছে। ৰচনাৰাজি সাধুতাৰে উমাল আৰু ৰসেৰে চপচপীয়া। সামৰণিত তবিউল হুছেইন ডাঙৰীয়ালৈ মোৰ সশ্ৰদ্ধ অভিনন্দন জনালো।

—হীৰেন্দ্ৰ নাথ দত্ত

৭/১১/২০০৭

# ।। সূচীপত্ৰ।।

# মই আজিকালি নহঁহা হৈছো

মহিলাগৰাকীয়ে মৌলৈ চাই হাঁহি এটা মাৰিলে। ময়ো তাৰ বিনিময়ত একে ধৰণেৰে হাঁহি এটা মাৰিলো। হাঁহি মানে মিচিকিয়া হাঁহি। প্ৰায় এবছৰেই হ'ল। গুৱাহাটী জজ খেলপথাৰত অনুষ্ঠিত হোৱা গ্ৰন্থমেলাখনত ঘূৰি ফুৰোঁতেই মহিলাগৰাকীয়ে মৌলৈ চাই সেই মনোমোহা হাঁহিটো মাৰিলে। মহিলাগৰাকীক মই চিনি নাপাওঁ। তেখেতে হয়তো মোক চিনি পায়, নহ'লে মোক দেখি তেখেতে কিয় হাঁহিব! মৌলৈ চাই হাঁহি মৰা সেই মহিলাগৰাকীৰ মই কোনো ধাৰণা কৰিব নোৱাৰিলো। ৩৫ বছৰো হ'ব পাৰে বা ৪৫ বছৰো হ'ব পাৰে বা তাতোধিক হ'ব পাৰে। কিন্তু মানুহজনী যে বিবাহিতা সেই কথা বুজাত একো অসুবিধা নহ'ল। শিৰত লোৱা সিন্দূৰখিনি টহটহকৈ জিলিকি আছিল। মন কৰিলো— মানুহগৰাকীয়ে অন্য মানুহলৈ চায়ো মাজে মাজে হাঁহিছে। বুজিলো, মানুহগৰাকী আচলতেই হাঁহিমুখীয়া। সন্দেহ নাই, মানুহগৰাকীৰ মুখত লাগি থকা সেই মনোমোহা হাঁহিটোৱে মানুহগৰাকীৰ ব্যক্তিত্বত এক সুকীয়া মাত্ৰা প্ৰদান কৰিছে। মহিলাগৰাকীৰ এই হাঁহিটোৱে মোৰ অন্তৰত এক সুকীয়া স্থান দখল কৰিলে। ইয়াৰ পিছতো মাজে সময়ে কেতিয়াবা কেতিয়াবা মানুহগৰাকীৰ এই হাঁহিটোৱে মোক আমনি দিয়া হ'ল। আচলতে মহিলাসকলৰ মুখত এনে একোটা হাঁহিৰ প্ৰয়োজনো আছে। সেই বুলি অচিনাকি মানুহ দেখিও চিনাকিৰ নিচিনা দেখুৱাই এনেয়ে হাঁহি এটা মৰাৰ কোনো কথা নাই। য'ত হাঁহি এটা মৰা দৰকাৰ, তেনেকুৱা ক্ষেত্ৰত হাঁহি এটা মৰাত কৃপণালি কৰা ঠিক নহয়। মিচিকিয়া হাঁহি এটা মহিলাসকলৰ বাবে এক অলংকাৰৰ লেখীয়াই।

কিছুদিনৰ আগৰ কথা। মোৰ বন্ধু এজনে তেওঁৰ ল'ৰালৈ ছোৱালী এজনী চাবলৈ গ'ল। ছোৱালীজনী পছন্দ হ'ল। কিন্তু মাকগৰাকীক পছন্দ নহ'ল। কাৰণ মাকগৰাকীৰ মুখত নাৰীসুলভ কোনো হাঁহি দেখিবলৈ পোৱা নগ'ল।

মাকগৰাকীয়ে অনবৰত মুখখন গোমোঠা কৰিয়েই থাকিল। তেখেতে যে দৰাঘৰৰ মানুহক কিবা কথাত বেয়া পাই তেনেদৰে গোমোঠা হৈ আছিল, সেই কথা নহয়। তেনেকৈ থকাটো তেখেতৰ এক স্বভাৱেই।

গ্ৰন্থমেলাবোৰলৈ মই প্ৰায়েই যাও। গৈ ভাল লাগে। গ্ৰন্থমেলাৰ একোখন বিপণীত সোমাই এনে লাগে মই যেন গোটেইবোৰ কিতাপ একেলগে কিনি আনিম। কিন্তু মোৰ নিচিনা মানুহবোৰৰ কিতাপ কিনিবলৈ মন থাকিলেও ধন নাই। গতিকে দুই চাৰিখন কিতাপ কিনিয়েই ঘৰলৈ উভতি আহিবলগীয়া হয়। অৱশ্যে মই যে খুব কিতাপ পঢ়া মানুহ সেই কথাও নহয়। তথাপি কিতাপ দেখিলে দেখোন কিনিবলৈ মন যায়।

গ্ৰন্থমেলাবোৰত কিতাপ কিনা, কিতাপ চোৱাৰ বাহিৰেও অন্য আকৰ্ষণো থাকে। বিয়াৰ ঘৰত বিভিন্ন মানুহ লগ পোৱাৰ দৰে গ্ৰন্থমেলাসমূহতো বহুতো মানুহ লগ পোৱা যায়। কোনোবা কোনোবাক বহুত দিনৰ মূৰত লগ পাই আৰু ভাল লাগে। প্ৰেমিক-প্ৰেমিকাসকলেও দিন-বাৰ ঠিক কৰি নিৰ্দিষ্ট সময় বান্ধি দি গ্ৰন্থমেলাত লগ পোৱাৰ, লগ কৰাৰো একোটা সুবিধা আছে। এইদৰে লগ পোৱা বুলি কোৱাৰ লগে লগে মোৰ অন্য এটা কথাও মনলৈ আহিছে। এখন পাৰ্কত এজন যুৱকে একোটা নিৰ্দিষ্ট তাৰিখত পূৰ্বনিৰ্ধাৰিত সময়ত এখন নিৰ্দিষ্ট বেঞ্চত তেওঁৰ প্ৰেমিকাৰ আগমনলৈ অপেক্ষা কৰি বহি থাকে। এদিন যুৱকজনে সেই নিৰ্দিষ্ট বেঞ্চখনত বহিবলৈ আগবাঢ়ি যাওঁতে অন্য এজন যুৱকেও সেই বেঞ্চখনতে বহিবলৈ তেওঁৰ আগে আগে যোৱা দেখি প্ৰেমিক যুৱকজনে চিঞৰি ক'লে—

'হেৰা বন্ধু, তুমি এইখন বেঞ্চত নবহিবা। মই এইখন বেঞ্চতেই বহি থাকিম বুলি মোৰ প্ৰেমিকাক কোৱা আছে। গতিকে মোৰ সলনি তোমাক এইখন বেঞ্চত বহি থকা দেখিলে মোৰ প্ৰেমিকাৰ কি অৱস্থা হ'ব, তুমি অকণমান চিন্তা কৰি চোৱাচোন।'

যুৱকজনে ক'লে— 'এই বেঞ্চখনত আজি ৰং দিয়া হৈছে। ৰং শুকোৱা নাই। গতিকে এই ৰং দিয়া বেঞ্চখনত যাতে আজি কোনো নবহে সেই কথা লিখি মই এই কাগজখন ইয়াত আঠা লগাই থ'বলৈহে আহিছোঁ। মই এই পাৰ্কখনৰ চকীদাৰহে।'

কিছুমান মহিলাই নিজৰ স্বামীয়ে অন্য মহিলা বা ছোৱালীৰ লগত হাঁহি-ধেমালি কৰি কথা পতাটো ভাল নাপায়, মানে সহ্য কৰিব নোৱাৰে। এবাৰ

এগৰাকী মহিলা তেওঁৰ স্বামীৰ সৈতে গ্ৰন্থমেলা চাবলৈ গ'ল। মহিলাগৰাকীয়ে প্ৰত্যেকখন বিপণীতে সোমাই কিতাপবোৰৰ ওপৰত চকু ফুৰায়। কেতিয়াবা দুই এখন কিতাপ লিৰিকি বিদাৰি চাই থৈ দিয়ে। কিন্তু ক'তো এখনো কিতাপ কিনা নাই। এইদৰে প্ৰত্যেক বিপণীতে কিতাপ চাই চাই গৈ থাকোতে প্ৰায় ৩ ঘণ্টা পাৰ হৈ গ'ল। ইফালে মানুহগৰাকীৰ স্বামীয়ে আমনি লগাৰ বাবে বহু আগৰে পৰা কৈ আহিছে— 'হেৰা, যাওঁ ব'লা।' বহু কিতাপ চালা, আৰু নো কিমান চোৱা।'

'ৰ'বা ৰ'বা, আৰু এখন চায়েই যাম।'

পিছে কথা মতে কাম নহয়। তেওঁ ঘৰলৈ যাবই নোখোজে। গতিকে তেওঁৰ স্বামীয়ে মহিলাগৰাকীক ঘৰলৈ কেনেকৈ ওভতাই নিব পৰা যায় সেই কথা চিন্তা কৰাত লাগিল। এবাৰ মহিলাগৰাকীয়ে এখন বিপণীত কিতাপ চাই থাকোতেই তেওঁৰ স্বামীয়ে মহিলাগৰাকীক একো নোকোৱাকৈ লাহেকৈ বিপণীখনৰ পৰা ওলাই আহিল। এটা সময়ত কিতাপ চাই থকা মহিলাগৰাকীয়ে দেখে যে তেওঁৰ ওচৰত দেখোন তেওঁৰ স্বামী নাই। তেওঁ স্বামীক বিচাৰি ইফাল-সিফালে চোৱাত দেখিলে যে ভদ্ৰলোকে অলপ দূৰত অন্য এগৰাকী মহিলাৰ লগত হাঁহি হাঁহি কথা পাতি আছে। এই দৃশ্য প্ৰায় তিনি ঘণ্টাজুৰি কিতাপ চাই চাই আমনি নলগা মহিলাগৰাকীৰ সহ্য নহ'ল আৰু তেওঁ চোঁ মাৰি তেওঁৰ স্বামীৰ ওচৰ পাই ক'লৈগে—

'হেৰা, বহুত দেৰি হৈ গ'ল, যাও ব'লা। আজিলৈ আৰু কিতাপ নাচাওঁ, ব'লা ব'লা।'

ভদ্ৰলোকৰ ঔষধপালিয়ে তৎক্ষণাতে কাম দিয়া দেখি তেওঁৰ মুখতো হাঁহি ওলাল।

মই এইবাৰো, মানে ২০০৫ চনত সোণাৰাম হাইস্কুলৰ ফিল্ডত অনুষ্ঠিত হোৱা গ্ৰন্থমেলা চাবলৈ দুদিনমান গৈছিলো। এদিন গ্ৰন্থমেলাৰ ভিতৰতে মুকলি ঠাই এডোখৰত এনেয়ে কেইজনমান অচিনাকি মানুহৰ জুমত সোমাই মানুহবোৰৰ আলেখ-লেখ চাই আছো। এনেতে জুমটোৰ মাজৰে তজবজীয়া, হাঁহি-ধেমালিৰে স্ফূৰ্তি কৰি থকা আদবয়সীয়া মানুহ এজনে লগৰ এজনক কোৱা শুনিলো—

'হেৰা, মই পঁচিশ বছৰ আগতে ভালপোৱা ছোৱালী এজনী আহিছে। ব'লা, তাইৰ লগত অলপ ধেমালি কৰি আহো।' এইবুলি তেওঁলোক দুয়ো জুমটোৰ মাজৰ পৰা ওলাই গ'ল।

ময়ো ভাবিলো— পঁচিশ বছৰৰ আগতে ভাল পোৱা সেই ছোৱালী (?)

জনীৰ লগত এই বৃদ্ধইনো কি কথা পাতে অলপ শুনা যাওক। ময়ো তেওঁলোকৰ পিছে পিছে অচিনাকি মানুহ হিচাপে গৈ আছো। ছোৱালীজনীৰ ওচৰ চপাত, পিছফালৰ পৰা, সেই আদবয়সীয়া মানুহজনে লাহেকৈ মাত লগালে—

'মিনতি, মোক চিনি পাইছানে?' (মিনতি কাল্পনিক নামহে)।

ছোৱালীজনীয়ে, ছোৱালী নহয়, মানুহগৰাকীয়ে পিছলৈ ঘূৰি চাই উত্তৰ দিলে—'মই মিনতি নহওঁ, মিনতিৰ মাকহে।' ভদ্ৰলোকে একো নকৈ লাহেকৈ সেই ঠাই ত্যাগ কৰিলে। গ্ৰন্থমেলাবোৰত এনেবোৰ দৃশ্যও দেখিবলৈ পোৱা যায়, এনেবোৰ কথাও শুনিবলৈ পোৱা যায়। ভাল লাগে।

এইবাৰ গ্ৰন্থমেলাত ঘূৰি ফুৰোঁতে যোৱা বছৰ গ্ৰন্থমেলাত মোলৈ চাই হাঁহি মৰা সেই মহিলাগৰাকীক আকৌ লগ পাওঁ নেকি, সেই কথা ভাবি মোৰ চকু দুটাই পিট্‌পিটাই ফুৰিবলৈ আৰম্ভ কৰিলে। মোৰ চকু দুটাই এনে এক অনুসন্ধান চলাই থাকোঁতেই এটা সময়ত এগৰাকী মহিলা এখন বিপণীৰ পৰা ওলাই আহোতে তেখেতৰ চকুত মোৰ চকু পৰিল। এইগৰাকী মহিলায়ো যোৱা বছৰৰ মহিলাগৰাকীৰ দৰেই মোলৈ চাই হাঁহি এটা মাৰিলে। এইগৰাকী মহিলাও দেখিবলৈ একদম আগৰ বছৰৰ গৰাকীৰ দৰেই। মই এই কথাত নিশ্চিত হ'লো যে মোৰ চকুৱে বিচাৰি ফুৰা মানুহ আচলতে এইগৰাকীয়ে। অনন্দত মোৰ মন নাচি উঠিল। মহিলাগৰাকীয়ে হঁহা দেখি ময়ো তেখেতলৈ চাই একেধৰণৰ হাঁহি এটা মাৰিলো। মহিলাগৰাকী আৰু আগবাঢ়িবলৈ নৌ-পাওঁতেই মই তেখেতক ক'লো—

'যদি বেয়া নাপায়, মই আপোনাক কথা এটা সুধিব খোজো।'

মানুহগৰাকীয়ে অতি ভদ্ৰভাৱেই ক'লে—'সোধক।' সুধিলো— 'আপুনি বাৰু মোক চিনি পাইছে নেকি?' মই যেন নিতান্ত সুধিব নলগীয়া কথা এটাহে সুধিলো, এনেকুৱা ভাব এটা দেখুৱাই মানুহগৰাকীয়ে ক'লে—

'মইতো আপোনাক চিনি নাপাওঁ। আপুনি কিয় সুধিলে?'

মই ক'লো— 'আপুনি যিহেতু মোক দেখি হাঁহি এটা মাৰিছে, গতিকে ভবিলো— আপুনি মোক হয়তো চিনি পায়। যোৱা বছৰৰ গ্ৰন্থমেলাতো আপুনি মোক দেখি এনেকুৱা হাঁহি এটা মাৰিছিল। সেইবাৰ আপোনাৰ লগত চিনাকি হ'বলৈ মই পাহৰি থাকিলো।'

এইবাৰ মানুহগৰাকীয়ে কথাৰ সুৰ সলনি কৰি অলপ কঠোৰ হৈ ক'লে— 'যোৱাবাৰ গ্ৰন্থমেলা হওঁতে মই গুৱাহাটীত নাছিলোৱেই, গতিকে আপোনাক

দেখি হাঁহি মৰাৰ প্ৰশ্নই নুঠে। আৰু আজিও আপোনাক দেখি মইনো ক'ত হাঁহিলো, আপুনিহে মোলৈ চাই হাঁহিছে। মই নহঁহা নহয়, হাঁহিছো, কিন্তু আপোনালৈ চাই নহয়; আপোনাৰ পিছফালে থকা সেই বিপণীখনৰ ওচৰত বৈ থকা সেই বান্ধৱীজনীলৈ চাইহে হাঁহিছো।'

মই পিছফালে ঘূৰি সেই বান্ধৱীজনীলৈ চোৱাৰ সাহস গোটাব নোৱাৰিলো। মানুহগৰাকীৰ কথা শুনি মোৰ মূৰত এক ডাঙৰ গন্দগোল আৰম্ভ হ'ল। এইগৰাকী মানুহ তেনেহ'লে মই যোৱাবাৰ গ্ৰন্থমেলাত লগ পোৱা মানুহগৰাকী নহয়। আচ্ছা, কথাটো এনেকুৱা হ'ব পাৰে—যোৱাবাৰ লগ পোৱা মানুহগৰাকীয়েও এইগৰাকীৰ দৰেই হয়তো মোলৈ চাই নাহাঁহি আন কাৰোবালৈ চাই হাঁহিছিল। মই এনেয়েহে ইমান দিনে মিছাতে মোলৈ চাই হাঁহিছিল বুলি ভাবি আছোঁ। এইবোৰ কথাই মোৰ চিন্তাত এক ভীষণ খেলিমেলিৰ সৃষ্টি কৰি দিলে। মই মানুহগৰাকীক ক'লো—'বেয়া নাপাব দেই, মোৰ ভুল হৈছে।'

এইবুলি কৈ কোনো অঘটন নঘটাকৈ মানুহগৰাকীৰ কাষৰ পৰা আঁতৰি আহি গেটৰ বাহিৰ পালোহি। মই তেতিয়াই ভাবিলো— এতিয়াৰ পৰা মোলৈ কোনোবাই চাই হাঁহিলেও মই নিজে নাহাঁহো। লগতে ভাবিলো— অহা পহিলা জানুৱাৰীৰ পৰা মোৰ এই সিদ্ধান্ত বলবৎ কৰিম। কিন্তু পিছ মুহূৰ্ত্তত মনত পৰিল— অহা ২৮ ডিচেম্বৰৰ পৰা আকৌ প্ৰকাশন পৰিষদৰো গ্ৰন্থমেলা আছে। তাতো যদি কোনোবাই মোলৈ চাই হাঁহিছে বুলি ভাবি ময়ো হাঁহি এতিয়াৰ নিচিনাই লাজত পৰো! গতিকে ভাবিলো—নাই, মই মানুহলৈ চাই নহঁহাৰ সিদ্ধান্ত তৎকালীনভাৱেই বলবৎ কৰা বাঞ্ছনীয়। গতিকে মই মানুহলৈ চাই নহঁহা আৰম্ভ কৰি দিলোৱেই। কোনোবাই সঁচাকৈয়ে মোলৈ চাই হাঁহি মাৰিলেও মই কওঁ— 'মোলৈ চাই নাহাঁহিব দেই, মই আজিকালি নহঁহা হৈছো। কাৰণটো কি, নকওঁ।'



# নোকোৱাই ভাল

মানুহজনে মোক দেখিলেই হাঁহি এটা মাৰে। দূৰৈত থাকিলে মোৰ কাষ পায়হি। মানুহজনে মানে মোৰ লগত বন্ধুত্ব আৰু ঘনিষ্ঠতা থকা এজন অৱসৰপ্ৰাপ্ত বিষয়া। বৰ ভাল মানুহ। তেওঁৰ পৰিবাৰো এগৰাকী সাদৰী মহিলা। তেওঁলোক দুয়ো অকলে থাকে। ল'ৰা ছোৱালী বুলিবলৈ মাত্ৰ এজনী ছোৱালী। কেতিয়াবাই বিয়া দিলে। ঘৰুৱা জঞ্জাল একো নাই। তেওঁলোক স্বামী-স্ত্ৰী দুয়োৰে বৰ মিল।

এইজন ব্যক্তিয়েই অলপতে গণেশগুৰিৰ কাপোৰৰ দোকান এখনত ছুৱেটাৰ চাই থকোতে মোলৈ মূৰ তুলি মাত্ৰ চালেহে। আগৰ দৰে হাঁহি মাৰি কথা পতাৰ কোনো আগ্ৰহ নেদেখুৱালে। কাষত তেওঁৰ পৰিবাৰো আছিল। তেখেতৰ কিন্তু মোৰ ওপৰত চকু পৰা নাছিল। কাপোৰ চোৱাত ব্যস্ত। তেওঁৰ পৰিবাৰেও মোক ক'ৰবাত দেখিলে হাঁহি এটা মাৰি সম্ভাষণ জনায়। ভাল বেয়াৰ খা-খবৰ লয়। সেইদিনা বন্ধুজনেই যেতিয়া মোক দেখি নাহাঁহিলে আৰু মোৰ লগত কথা পতাৰ কোনো আগ্ৰহ নেদেখুৱালে, ময়ো কাপোৰ চোৱাত মগ্ন বন্ধু-পত্নীৰ কাষ চাপি মাত লগোৱাৰ কোনো প্ৰয়োজন অনুভৱ নকৰিলো। তাতে দোকানখনত মানুহৰ ভিৰ যথেষ্ট বেছি। ঈদ আৰু বিহু প্ৰায় একেলগে পৰিছে।

বন্ধুজনে মোক দেখি নহঁহা বা মোৰ লগত আগৰ দৰে কথা পাতিব নোখোজা কথাটোৱে মোক চিন্তিত কৰি তুলিলে। কি হ'ল কথাটো? মই কিবা দোষ লগালো নেকি? কোন মানুহে ক'ত, কেতিয়া বেয়া পায়, ধৰিবই নোৱাৰি। কোনোবা মানুহে সৰু কথা একোটাতে দায় দোষ ধৰে। চাকৰি কৰি থকা কালতো সৰু একোটা কথাতে দায় দোষ ধৰি অধীনস্থ বিষয়া-কৰ্মচাৰীক অপকাৰ কৰিবলৈ উদ্যত হোৱা বিষয়া জনচেৰেককো লগ পাইছিলো। মোৰ কাপোৰ কিনা

হ'লত দোকানখনৰ পৰা ওলাই অহাৰ পিছতহে মোৰ মগজুত এই কথা খেলালে যে বন্ধুজনে মোক দেখি কিয় আগৰ দৰে কথা পাতিব নুখুজিলে, সেই কথা মই তেওঁক তেতিয়াই সোধা উচিত আছিল।

ঈদ, বিহু শেষ হ'ল। এদিন সন্ধিয়া বিশেষ একো কাম নথকাত ভাবিলোঁ সেই বন্ধুজনৰ ঘৰৰ পৰাই পাক এটা মাৰি আহোঁ। বিহু খাবলৈ আহিছো বুলি ক'ম আৰু লগতে তেওঁনো মোক সেইদিনা কিয় নামাতিলে সেই কথাও সুধিম। কেতিয়াবা এনেকুৱা একোটা সৰু কথায়ো মোৰ মূৰত পোকে কামোৰাদি কামুৰি থাকে। বৰ অশান্তি অনুভৱ কৰো।

বন্ধুৰ ঘৰলৈ এটা নিৰ্দিষ্ট পইণ্টলৈকে চিটী বাছত গ'লো। তাৰ পৰা প্ৰায় এক কিলোমিটাৰ খোজকঢ়াটো মোৰ বাবে এক সাধাৰণ কথা। বন্ধুৰ ঘৰ পাই গেটখন খুলি সোমাব খোজোতেই শুনিলো বন্ধু আৰু বন্ধু-পত্নীৰ মাজত তয়াময়া বাক্‌যুদ্ধ। মনটো সেমেকি উঠিল। চেঃ, এওঁলোকে আজিয়েহে আৰু এইটো সময়তহে কাজিয়া কৰিবলৈ পালে! তেওঁলোক দুয়োজনে ইজনে-সিজনক কি কৈছে সেয়া শুনিবলৈ নাপালেও, তেওঁলোকে যে কাজিয়া এখনত লিপ্ত হৈছে সেই কথা বুজাত অকণো অসুবিধা নহ'ল । এনে এক অশান্তিজনক অৱস্থা চলি থকা সময়তে গেটৰ মুখৰ পৰা কেইফুটমান আঁতৰত থকা ঘৰটোলৈ গৈ কলিং বে'ল বজাবলৈ মন নগ'ল; গতিকে গেটৰ মুখতে বৈ এই সিদ্ধান্তকে লৈ পেলালোঁ— এইফালে আহিলো যেতিয়া অলপ আগত থকা আন এজন বন্ধুৰ ঘৰৰ পৰাই পাক এটা মাৰি আহোঁ। মই সাধাৰণতে বিশেষ কাম নাথাকিলে এনেয়ে মানুহৰ ঘৰলৈ নাযাওঁ। এইদৰে ফুৰিবলৈ আচলতে সময়ো নাই। তাতে আজিকালি বহুত মানুহে আলহী আহিলে টিভিটো এৰি আলহীৰ লগত কথা পাতিবলৈ বা ঘৰৰ গৃহিণীয়ে চাহ একাপ দিবলৈ টান পায়। তথাপি ভবা মতেই ইতিমধ্যে লৈ পেলোৱা সিদ্ধান্ত অনুযায়ী দ্বিতীয় বন্ধুজনৰ ঘৰ ওলালোগৈ। বন্ধু আৰু বন্ধু-পত্নীয়ে যেনিবা আদৰ-সাদৰ কৰি বহুৱালে। মই তেওঁলোকৰ ঘৰলৈ যোৱা দেখি তেওঁলোক দুয়ো আচৰিতেই হ'ল। মানুহগৰাকীয়ে ক'লে—

'কি হ'ল? আজি দেখোন হাইঠা মাটিত পৰিল। ইমান বছৰৰ মূৰত আমাৰ ঘৰলৈ আহিবলৈ কিহে পালে?' মই সেইদিনাও যে তেওঁলোকৰ ঘৰলৈ যাও বুলি যোৱা নাই, সেই কথা লুকুৱাই ৰাখি ক'লো—

'আপোনালোকে মোৰ খা-খবৰ নলয়েই। গতিকে ভাবিলো ময়েই আজি আপোনালোকৰ খা-খবৰ এটা লৈ আহোঁ।'

তেওঁলোকে মোৰ কথা শুনি বৰ আনন্দিত হ'ল। মানুহজনীয়ে নাতি ল'ৰা দুটাক ভিতৰৰ পৰা মাতি আনি মোক সেৱাও কৰোৱালে। চাহ-তাহ খাই হাঁহি-ধেমালি কৰি কিছু সময় কটোৱাৰ পিছত মই আহিবলৈ ওলালো। বন্ধুৱে আহোঁতে কিহত আহিলো সুধিলে। খোজকাঢ়ি আহিলো বুলিয়েই ক'লো। বন্ধুজনে ক'লে— 'আৰু অলপ সময় বহক। ল'ৰাটো গাড়ীখন লৈ কেনিবা গৈছে। সি আহিলেই আপোনাক ঘৰত থৈ আহিবগৈ।' মই নালাগে নালাগে বুলি গেটৰ মুখ পালোহি। তেওঁলোক দুয়ো মোক গেটৰ মুখলৈ আগবঢ়াই দিলে।

আহি থাকোতে বাটত মই প্ৰথমতে যিজন বন্ধুৰ ঘৰলৈ গৈছিলো, তেওঁলোকৰ কাজিয়াখনৰ কথাকে ভাবি ভাবি আহিলো। বাহিৰত দেখাত তেওঁলোক দুয়োজনাৰ বৰ মিল। ঘৰত দেখো মস্ত কাজিয়া। অৱশ্যে স্বামী-স্ত্ৰীৰ মাজত সৰু-সুৰা কাজিয়া তৰ্ক-বিতৰ্ক, ওফন্দা-ওফন্দী, কিছু সময় মাতবোল নকৰাকৈ থকা— এইবোৰ সকলো দম্পতীৰে জীৱনত একোটাইত এৰাব নোৱাৰা কথা। অৱশ্যে কাৰোবাৰ ক্ষেত্ৰত এনেবোৰ কথাই একোটা স্থায়ী ৰূপো লয়। কাৰোবাৰ ক্ষেত্ৰত আকৌ জুইৰ ফিৰিঙতিৰ দৰেহে কাম কৰে, ঘপকৰে নাইকিয়া হয়। আনহাতে কেতিয়াবা কেতিয়াবা বহু দম্পতীৰ ক্ষেত্ৰত হোৱা মনোমালিন্য, ইজনে-সিজনক কৰা অযথা সন্দেহ, বাক্-বিতণ্ডা আদি কথাবোৰক লৈ বিবাহ বিচ্ছেদ আদি হোৱাৰ লেখীয়া একোটা কাহিনীও শুনিবলৈ পোৱা যায়। এনেবোৰ কাহিনী কেতিয়াবা মুখৰোচক আৰু আনন্দদায়ক হয়। এনেবোৰ কথাৰ কিছুমান গাঁজা, কিছুমান সঁচা, কিছুমান সঁচাও নহয় মিছাও নহয় এনেকুৱা। কিন্তু এইবোৰ কথা শুনি বৰ ভালো লাগে। এইবোৰ কথাই হাঁহিৰ খোৰাক যোগায়।

এবাৰ এজন বিষয়া অফিচৰ পৰা আহি ঘৰ সোমোৱাৰ লগে লগে তেওঁৰ কোটত এডাল দীঘল চুলি লাগি থকা তেওঁৰ পৰিবাৰৰ চকুত পৰিল। লগে লগে এইকথা লৈ স্বামী-স্ত্ৰীৰ মাজত বাক্-বিতণ্ডা আৰম্ভ হৈ গ'ল। স্বামীয়ে ক'লে—

'এইডাল তোমাৰেই চুলি, কেনেবাকৈ মোৰ কোটত লাগি আছিল।' ঘৈণীয়েকে নামানে—

'এইডাল মোৰ চুলি হ'বই নোৱাৰে। মোৰ চুলি ইমান দীঘল নহয়। তুমি আন কোনো ছোৱালীৰ লগ লাগিছা।'

এইবুলি কন্দা কটা আৰম্ভ কৰি দিলে। পিছদিনাখন বিষয়াজন ঘৰ আহি সোমোৱাত ঘৈণীয়েকে তেওঁক ভালকৈ চে'ক কৰিলে। সেইদিনা কোটত কোনো

চুলি পোৱা নগ'ল। তথাপি মানুহজনীয়ে আগদিনাৰ দৰেই হুলস্থূল কৰি কুন্দা কৰি দিলে। গিৰীয়েকে তেতিয়া সুধিলে—

'হেৰা, তুমি আজি আকৌ এইদৰে চিঞৰ-বাখৰ কৰি কিয় কান্দিছা? আজিতো তুমি মোৰ কোটত চুলি বিচাৰি পোৱা নাই।'

ঘৈণীয়েকে উত্তৰ দিলে— 'মই জানিছো নহয়, তুমি আজি কোনোবা তপামুৰীয়া এজনীৰ লগ লাগিলা। মই ইমান আকৰী নহও নহয়।'

এদিন এজন অভিনেতা ডাক্তৰৰ ওচৰলৈ গ'ল। অভিনেতা দেখি ডাক্তৰে আচৰিত হৈ সুধিলে —

'আৰে, তোমাৰ গাত এইবোৰ কিহৰ দাগ?'

অভিনেতাই ক'লে— 'এইবোৰ মাৰপিটৰ দাগ।' 'তেনেহ'লে তুমি মাৰপিটৰ দৃশ্যত শ্বুটিং কৰি আহিছা?'

'নাই নাই, এয়া চিনেমাৰ শ্বুটিঙৰ সময়ত হোৱা মাৰপিটৰ দাগ নহয়। এয়া আপুনি যে মোক ঔষধ খাবলৈ দিছিল তাৰেই ফল।'

'মই তোমাক শক্তি বৃদ্ধি হোৱাৰহে ঔষধ দিছিলো।'

'সেইটো ঠিকেই, কিন্তু সেই ঔষধটো মই খাবলৈ পোৱাৰ আগতেই মোৰ পত্নীয়ে খাই পেলালে। ফলত মোৰ কি হ'ল আপুনি এতিয়া দেখিছেই নহয়।'

এবাৰ গিৰিয়েক-ঘৈণীয়েকৰ কিবা কথাত কাজিয়া লাগিল। এটা সময়ত ঘৈণীয়েকৰ খঙে মূৰত ধৰিলেগৈ। তেতিয়া তেওঁ চকীখনেৰেই গিৰিয়েকৰ মূৰত আঘাত কৰিলে। এটা সময়ত পুলিচ আহি পালেহি। পুলিচে সুধিলে— 'আপুনি চকীখনেৰে মানুহজনক কিয় মাৰিলে?'

ঘৈণীয়েকে ক'লে— 'টেবুলখন বেছি গধুৰ বাবে চকীখনেৰেই মাৰিলোঁ।'

নৱ-বিবাহিত ঘৈণীয়েকক গিৰিয়েকে ক'লে —'হেৰা, আজি আমি চিনেমা চাই ৰাতিৰ সাজ হোটেলত খাই আহিম। তুমি কি কোৱা?'

ঘৈণীয়েকে ক'লে—'কিয় তেনেকৈ কৈছা? মই ভাত ৰান্ধি আমনি পাইছো বুলি ভাবিছা নেকি?'

'নহয়, মানে খোৱাৰ পিছত বাচন-বৰ্তনবিলাক ময়েই ধুব লাগিবতো।'

স্বামী-স্ত্ৰীৰ মাজত হোৱা এনেবোৰ কাণ্ড, কথোপকথনৰ কথাকে মনত পাগুলি গৈ থাকোতে সেই প্ৰথম বন্ধুজনৰ ঘৰৰ সন্মুখ পালোঁগৈ। দেখিলো বন্ধু আৰু বন্ধু-পত্নী গেটৰ ওচৰত ৰৈ আছে। সন্মুখত লাইট পষ্টটো আছে। মোক দেখি বন্ধু-পত্নীয়ে মাত লগালে—'ইমান ৰাতি ক'ৰ পৰা আহিলে?'

মই আচলতে তেওঁলোকৰ ঘৰলৈহে যে আহিছিলো আৰু তেওঁলোকে কাজিয়া কৰি থকা শুনি অন্যজন বন্ধুৰ ঘৰলৈ গুচি গ'লো সেই কথাটো নক'লো। ক'লে নিশ্চয় তেওঁলোকে লাজ পাব।

ক'লো—অমুকৰ লগত মোৰ জৰুৰী কাম আছিল। সেইবাবে তালৈ গৈছিলো।'

তেওঁলোক দুয়োৱে মোক জোৰ কৰি ঘৰলৈ নিব বিচাৰিলে। মই ক'লো— 'আজি নোসোমাওঁ। সোমালেই পলম হ'ব। অন্য এদিন আহিম বাৰু।'

তেওঁলোক মান্তি হ'ল। তেওঁলোক দুয়োৱে গেটৰ মুখতে মোৰ লগত যেনেধৰণে কথা পাতিলে, সেই পৰিবেশ দেখি এই কথা কোনেও বিশ্বাসেই নকৰিব যে অলপ আগতে, মানে এঘণ্টামানৰ আগতে, এইহাল বৃদ্ধ দম্পতীৰ মাজত তুমুল বাক্‌যুদ্ধ হৈ গৈছে। তেওঁলোক দুয়োজনৰে যেন বৰ মিল — এনেকুৱা ধাৰণা এটা দিব পৰাকৈয়ে তেওঁলোকে মোৰ লগত কথা পতাত ব্যস্ত হ'ল।

এনে এক অৱস্থাৰ মাজতেই মই বন্ধুক সুধি পেলালো— 'হেৰি নহয়, সিদিনা গণেশগুৰিৰ সেই দোকানখনত ছুৰেটাৰ চাই থাকোতে আপুনি মোক দেখিও কিয় মোলৈ চাই আনকালৰ দৰে হাঁহি এটা নামাৰি কেৱল ভেবা লাগি চাই থাকিল?'

বন্ধুৱে ক'লে— "এওঁৰ কথা মানিবলৈ গৈয়েই মই সেইদিনা তেনেকুৱা কৰিবলগা হ'ল। আপুনি যে এবাৰ লিখিছিল —'মই আজিকালি নহঁহা হৈছো' সেইটো পঢ়ি এওঁ মোক ক'লে —'তুমি এতিয়াৰ পৰা তেখেতক ক'ৰবাত লগ পালে আগতে নাহাঁহিবা। তোমাক হঁহা দেখিও তেখেতে যদি নাহাঁহে, তুমি লাজ পাই যাবা'। সেই কাৰণে সিদিনা নাহাঁহিলো।"

'আপুনি দেখিছো বেছ পত্নীভক্ত!' — মই ক'লো।

মোৰ কথা শুনি বন্ধু-পত্নীয়ে টপৰাই উত্তৰ দিলে— 'ক'তনো পত্নীভক্ত! মোৰ কথা এওঁ নুশুনেই। কেতিয়াবা দহোটাৰ মাজত দুটা। মইহে কেৱল এওঁৰ কথা শুনিব লাগে।'

সুবিধাটো পাই মই আচল কথাটোকে সুধি পেলালো— 'হেৰি, সঁচা কথা কওকচোন, আপোনালোকৰ মাজত কেতিয়াবা কাজিয়া-পেচাল হয়নে?'

মোৰ কথা শুনি তেওঁলোক দুয়োৱে ইজনে সিজনৰ চকুলৈ চাই কেৱল হঁ হঁ কৰি হাঁহিলেহে, মোৰ প্ৰশ্নটোৰ কোনো পোনপটীয়া উত্তৰ নিদিলে। ময়ো ভাবিলো— তেওঁলোকে ঠিকেই কৰিছে, এইবোৰ ঘৰুৱা কথা আনক নোকোৱাই ভাল।



# টেঙৰ মানুহৰ লিষ্ট

আচলতে সভাখনলৈ মই কিবা কম বুলি যোৱা নাছিলো। শ্ৰোতা হিচাপেহে গৈছিলো। কিন্তু হঠাতে ক'বলৈ মন গ'ল।

কিছুদিন হ'ল। ডাঃ অচ্যুত মেধিৰ ন্যাসে এখন সভা পাতিছিল। এনেকুৱা একোখন সভা এই ন্যাসে প্ৰত্যেক বছৰেই পাতে। এনেকুৱা সভাবোৰত একোজন বিশিষ্ট ব্যক্তিক একোটা নিৰ্দিষ্ট বিষয়ৰ ওপৰত বক্তৃতা দিবলৈ মাতে। সেইদিনাৰ সভাখনলৈ বক্তৃতা দিবলৈ মাতি আনিছিল অৰুণাচল বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য অন্নদাচৰণ ভাগবতীক। তেওঁ সুন্দৰ, সাৰগৰ্ভ, তথ্যসম্বলিত এক মনোগ্ৰাহী ভাষণ দিলে। তেওঁৰ ভাষণে সভাত উপস্থিত থকা সকলোকে বৰ মুগ্ধ কৰিলে। তেওঁৰ ভাষণ শেষ হোৱাৰ পিছত সভাপতিয়ে সমজুৱাৰ তৰফৰ পৰা দুআষাৰ ক'বলৈ এগৰাকী লোকক অনুৰোধ জনালে। এইগৰাকী লোকে বক্তৃতা দি থাকোঁতে মোৰো গা উঠিল। মোৰো দুআষাৰ ক'বলৈ মন যোৱা হ'ল। সেয়েহে সভাপতিয়ে নোকোৱাকৈয়ে ময়ো মঞ্চত উঠিলোগৈ। সেইদিনা ডাঃ মেধিৰ জন্মদিনো আছিল। এই জন্মদিনটোতে তেওঁৰ ন্যাসে প্ৰত্যেক বছৰেই এনেকুৱা একোটা বক্তৃতা অনুষ্ঠান পাতে। বহুতে এই কথা হয়তো নাজানেই। মই মোৰ দুআষাৰত সেয়েহে ডাঃ মেধিৰ জন্মদিনৰ কথাকে খাইকৈ উল্লেখ কৰি তেওঁক জন্মদিনৰ শুভেচ্ছা জনালোঁ। বক্তৃতা দি থাকোতে মাজত এবাৰ ক'লো—

'মই জীৱনত দুজন মানুহক অতিকৈ শ্ৰদ্ধা আৰু সন্মান জনাই আহিছো। এই দুজনৰ এজন হ'ল ডাঃ অচ্যুত মেধি আৰু আনজন হ'ল মহিতোষ ভট্টাচাৰ্য। ডাঃ অচ্যুত মেধিক আপোনালোক সকলোৱে চিনি পায়েই। মহিতোষ ভট্টাচাৰ্য এগৰাকী অৱসৰপ্ৰাপ্ত এ চি এছ বিষয়া। মই এই দুজন লোকক সবাতোকৈ এই

কাৰণেই শ্ৰদ্ধা কৰো যে ঈশ্বৰে এই দুজন মানুহক সৃজন কৰোতে ডাঙৰ ভুল কৰিলে'।

ঈশ্বৰে কৰা ভুলটোনো কি সেই কথা মোৰ পৰা শুনিবলৈ সভাত উপস্থিত থকা আটাইয়ে উদগ্ৰীৱ হৈ মোৰ মুখলৈ থৰ হৈ চাই ৰ'ল। মই ক'লো—

'ঈশ্বৰে এই দুজন মানুহক সৃষ্টি কৰোতে তেওঁলোকক খং বোলা বস্তুটো লগত দি পঠাবলৈ পাহৰি থাকিল।'

মোৰ এই কথা শুনি শ্ৰোতা -দৰ্শকৰ মুখত হাঁহিৰ ৰেঙণি এটা ফুটি উঠিল। মই কৈয়েই থাকিলো—

'মহিতোষ ভট্টাচাৰ্যৰ লগত মই একেলগে তিনিচুকীয়াত এক দীঘলীয়া সময়ৰ বাবে চাকৰি কৰিছিলো। তেওঁ চাকৰিত মোতকৈ দুবছৰ জ্যেষ্ঠ আছিল। কোনোদিন কেতিয়াও এইগৰাকী বিষয়াক কোনো কথাতেই খং কৰা নেদেখিলো। মই চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত লগ পোৱা এই ডাঃ মেধিকো মই কোনোদিন, কেতিয়াও খং-ৰাগ কৰা দেখা নাই। আচলতে এই দুগৰাকী লোকে খঙনো কেনেকৈ কৰিব লাগে সেই কথা নিশিকিলেই। মোৰ কেতিয়াবা কিবা কথাত খং উঠিলে মই এই দুগৰাকী লোকলৈ মনত পেলাই ভাবো'—ময়ো এওঁলোকৰ নিচিনাকৈ খং-ৰাগ নকৰাকৈ থাকিব পৰা হ'লে মোকো কিমান মানুহে যে ভাল পালেহেঁতেন।'

সভাত মোৰ দুআষাৰ কোৱা শেষ হ'ল। মাত্ৰ কেইআষাৰমান কথাহে ক'লো। মই এনেয়েও বৰ দীঘলীয়া বক্তৃতা নিদিও। মানে দিব নোৱাৰোও।

সভা শেষ হোৱাৰ পিছত সভাগৃহৰ পৰা তলৰ মহলালৈ চিৰিয়েদি নামি আহি থাকোতে মোৰ বন্ধু এজনে পাছফালৰ পৰা মাত লগালে—

'দাদা, খং-ৰাগ নোহোৱা ব্যক্তি দুগৰাকীৰ বিষয়ে কোৱা কথা শুনি বেছ ভাল লাগিল। পিছে হেৰি নহয়, আপুনিতো আমাৰ ঘৰলৈ বহুদিনৰ পৰাই যাম যাম কৰি আহিছে। নাযায় নেকি? নে আপুনি আমাক বেয়া পায়? নে কেৱল সেই দুগৰাকী লোককহে আপুনি ভাল পায়?'

এনেতে বন্ধুগৰাকীৰ কাষে কাষে আহি থকা তেওঁৰ পৰিবাৰেও হয়ভৰ দিলে—'হয়, দাদাই কেৱল সেই দুগৰাকীকহে ভাল পায়, আমাক দেখিবই নোৱাৰে।'

মই ক'লো—'নাই নাই, মই আপোনালোকক কিয় বেয়া পাম। আপোনালোককো ভাল পাওঁ। আপোনালোকৰ ঘৰলৈ যাওঁ যাওঁ কৰিয়েই

আছো। ইটো-সিটো কামত ব্যস্ত থাকিও আগৰ বাবেই ফুৰা-চকা কৰিবলৈ সময় উলিয়াব নোৱাৰোৱেই দেখোন। ঠিক আছে, এইবাৰ যিকোনো প্ৰকাৰে যামেই। আপোনালোকক কথা দিলো।'

সেইমতে কেইদিনমান পিছতেই বন্ধুজনলৈ ফোন কৰি, সেইদিনা তেওঁ ঘৰত থাকিব নে সুধিলো আৰু যদি থাকে ইমান সময়ত তেওঁৰ ঘৰলৈ যোৱাৰ কথা ভাবিছো বুলিও ক'লো। বন্ধুজনে ক'লে— 'দাদা, বেলকাম, বেলকাম, মষ্ট বেলকাম, আপুনি অহালৈ আমি আগ্ৰহেৰে বাট চাই থাকিম।'

সময় দিয়া মতেই সেইদিনা তেওঁৰ ঘৰত উপস্থিত হ'লোগৈ। তেওঁৰ ঘৰত তেওঁ আৰু পৰিবাৰহে থাকে, মানে বুঢ়া-বুঢ়ী অকলে থাকে। ল'ৰা এটাই। সি অসমৰ বাহিৰত চাকৰি কৰে। ছোৱালীজনীৰো বিয়া হৈ গ'ল। গতিকে কোনো জঞ্জাল নাই। এখন সুখ আৰু শান্তিৰ সংসাৰ। মই যোৱাৰ লগে লগে দুয়োৱে মোক বেচ আদৰ-সাদৰ কৰি বহুৱালে। মহিলাগৰাকীয়েও কিছু সময় আমাৰ লগতে বহি ইটো-সিটো কথা পাতিলে। অলপ পিছতে বন্ধুৱে তেওঁৰ পৰিবাৰক ক'লে—

'হেৰা, যোৱা, এইদৰে কথা পাতিয়েই থাকিবানে? দাদাক চাহ-তাহ খাবলৈ দিয়া।' মহিলাগৰাকীয়ে মানুহজনৰ মুখলৈ অলপ পোন্দোবাকৈ চালে আৰু সাউত কৰে ভিতৰলৈ উঠি গ'ল।

মহিলাগৰাকী উঠি যোৱাৰ পিছত ইটো-সিটো কথা পাতি থাকোতে বন্ধুৱে এবাৰত সুধিলে- 'দাদা, সিদিনা মিটিংখনত যে আপুনি কোনোবা এজন ভট্টাচাৰ্যৰ কথা কৈছিল, তেওঁ ক'ত থাকেনো?'

ক'লোঁ—'তেওঁ ডিব্ৰুগড়ত থাকে। তেওঁৰ পৰিবাৰে তাত টেলিফোন বিভাগত কাম কৰে। অৱসৰ গ্ৰহণ কৰাৰ পিছত তেওঁ পৰিবাৰৰ লগতে আছেগৈ।'

এনেতে বন্ধুৱে এইবাৰ ৰগৰ কৰি ক'লে —'দাদা, খং-ৰাগ নোহোৱা মানুহৰ আপোনাৰ লিষ্টখনৰ তিনি নম্বৰত মোৰ নামটো ভৰাই দিব নোৱাৰেনে? এক আৰু দুই নম্বৰত তেওঁলোকতো আছেই।'

ময়ো ৰগৰ কৰি ক'লোঁ—'মই এই বিষয়ত আপোনাক এতিয়াই একো ক'ব নোৱাৰিম দেই। আপোনাৰ খং আছে নে নাই মই একো নাজানোৱেই নহয়। যদি সচাঁকৈয়ে আপোনাৰ খং আছেই মই মোৰ লিষ্টখন কিয় লম্বা কৰিম।'— এইবুলি কৈ মই হাঁহি এটা মাৰিলো। মানুহজনেও মুখত হাঁহি এটা লৈ ক'লে—

'নহয় দাদা, মই সঁচা কথা কৈছো। বিশ্বাস কৰক, মোৰ একদম খং-চং নাই।'

এনেতে তেওঁৰ পৰিবাৰ ভিতৰৰ পৰা ওলাই আহি ক'লে—'দাদা, এওঁ এয়া একেবাৰে মিছা কথা কৈছে। এওঁ অনবৰতে মোক খং কৰিয়েই থাকে।'

এইবাৰ মানুহজনে উত্তৰ দিলে—'হেৰা, তুমি এইদৰে দাদাক কিয় মিছা কথা কৈছা? খং মই তোমাক কৰো নে তুমি মোক কৰা? তুমি মোক খং কৰিলে ময়ো ওলোটাই তোমাকো অলপ-চলপ খং কৰিবই লাগিব। নহয় জানো দাদা?'

বুজিলো, মানুহজনে মোৰ পৰা এক সমৰ্থনসূচক উত্তৰ বিচাৰিছে। মই পিছে মুখেৰে একো নামাতিলো। কেৱল মিচিক-মাচাকৈকে হাঁহি তেওঁলোকৰ মুখলৈ চাই কথাবোৰ উপভোগ কৰিহে আছো।

মহিলাগৰাকীয়ে পুনৰ আৰম্ভ কৰিলে—'ঠিক আছে, মই তোমাক খং কৰাৰ বাবেহে তুমি খং কৰা। কিন্তু সেইটোওতো তোমাৰ ভুল হৈছে। তোমাৰ যদি খং নায়েই, তেনেহ'লে মই খং কৰিলেও তুমিনো মোক কিয় খং কৰা?' এইবুলি কৈ মোৰ মুখলৈ চাই ক'লে—'দাদা, এওঁৰ নাম আপুনি খং নোহোৱা মানুহৰ লিষ্টত ভৰালে মোৰ নামো ভৰাব লাগিব।' মই একো উত্তৰ দিয়া নাই। তেওঁলোকে এইদৰে কথা কটাকটি কৰি থাকোতে প্ৰায় ৫০ বছৰমান আগতে ক'ৰবাত পঢ়া কথা এটা মোৰ মনলৈ আহিল। ইংলেণ্ড নে আমেৰিকাৰ কথা, এগৰাকী মহিলাই বিবাহ-বিচ্ছেদৰ বাবে আদালতত এক গোচৰ তৰিলে। বিচাৰৰ সময়ত বিচাৰকে মহিলাগৰাকীক সুধিলে—'আচ্ছা, সঁচা কথা কওকচোন, আপুনি আচলতে কিয় বিবাহ-বিচ্ছেদ বিচাৰিছে?' মহিলাগৰাকীয়ে গিৰিয়েকৰ ফালে চাই ক'লে—'মই এওঁক সদায়েই ইটো-সিটো কথাত খং কৰোঁ, কিন্তু এওঁ ওলোটাই মোক কোনোদিনেই খং নকৰে। মুখেৰে একো নামাতেই। মনে মনে শুনিহে থাকে। ধৰ্মাৱতাৰ, মইনো এইদৰে অকলে কিমান খং কৰি থাকিম? সেয়েহে মই এওঁৰ লগত থাকিব নুখুজি বিবাহ-বিচ্ছেদকে বিচাৰিছো।'

বন্ধু আৰু বন্ধুপত্নীৰ কথা শুনি মোৰ এই কথা বুজাত অকণো অসুবিধা নহ'ল যে আচলতে তেওঁলোক দুয়োজনৰেই খং একোটা আছেই। গতিকে তেওঁলোকৰ বিবাহ-বিচ্ছেদ হোৱাৰ কোনো সম্ভাৱনা নাই। মই তেওঁলোকৰ কথাবতৰা আৰু যুক্তি শুনি অৱশেষত ক'লো—'হেৰি, মই আপোনালোকৰ কোনো এজনৰো নাম মোৰ খং নথকা মানুহৰ লিষ্টত ভৰাব নোৱাৰিম দেই।'

মোৰ কথা শুনি মহিলাগৰাকীয়ে বৰ স্ফূৰ্তি পাই ক'লে—'ঠিক আছে, আমাৰ কোনোজনেই নাম ভৰাব নালাগে।'

এইবুলি হাঁহি এটা মাৰি মানুহজনৰ মুখলৈ চাই তেওঁহে যেন তৰ্কত বিজয়ী

হ'ল, এনে এটা ভাৱ দেখুৱাই ভিতৰলৈ সোমাই গ'ল। খন্তেকৰ পিছতে দুনাই আহি আমাৰ দুয়োকে চাহ খাবলৈ ভিতৰলৈ মাতি লৈ গ'ল। আমি তিনিওৱে বহি চাহ-তাহ খালোঁ। কিছুসময়ৰ পিছত আহিবলৈ ওলাই আহি বাৰাণ্ডা পালোহি। বাৰাণ্ডাত থিয় হৈ ৰাস্তাটোৰ সিপাৰত থকা ঘৰবোৰৰ ওপৰত এবাৰ চকু ফুৰালো। তাৰ পিছত ক'লো—'আপোনালোকক মোৰ এটা কথা কোৱা নহ'লেই। গুৱাহাটীত যিবোৰ টেঙৰ মানুহ আছে, তেওঁলোকৰো লিষ্ট এখন মই যুগুত কৰিছোঁ।'

মোৰ কথা শুনি বন্ধু আৰু বন্ধুপত্নীয়ে মোৰ মুখলৈ চাই একেলগে প্ৰশ্ন কৰিলে—'সেইবোৰনো কোন মানুহ দাদা।'

মই ক'লো—'সেইবোৰ মানুহৰ লিষ্টখন বৰ দীঘলেই হৈছে। তাৰ ভিতৰতে এজনৰ কথাকে কওঁ বাৰু।' ১৯৭১ চনতে মোৰ সহকৰ্মী বন্ধুজনে গুৱাহাটীৰ এঠাইত কঠাই প্ৰতি মাত্ৰ তিনিহাজাৰ দৰত এবিঘা মাটি কিনিলে মাটি মানে খেতিৰ মাটি দ পথাৰ। মোকো তেওঁৰ লগতে দুকঠামান ল'বলৈ কৈছিল। মই ক'লো—'হেৰি, এনেকুৱা ঠাইত তিনিহাজাৰ কিয় এনেয়ে দিলেও মই মাটি নলওঁ।' পিছে সেই মাটিৰ মূল্য এতিয়া কঠাত বোলে ৩০ লাখ টকা হ'ল । মই এই দূৰদৰ্শী সহকৰ্মী বিষয়াজনক কিছুদিন আগতে এঠাইত লগ পাই ক'লো—'আপোনাৰ নামটোও মই মোৰ টেঙৰ মানুহৰ লিষ্টত ভৰাই থৈছো দেই।' বিষয়াজনে মই কি টেঙৰ লিষ্টৰ কথা কৈছো, সেই কথা প্ৰথমতে বুজি নোপোৱাত মোৰ মুখলৈ থৰ হৈ চাই ৰ'ল। পিছত বুজাই কোৱাত তেওঁ হো-হোৱাই হাঁহিলে।

মোৰ কথা শুনি বন্ধু আৰু বন্ধুপত্নীয়ে ক'লে—'আপোনাৰ সেইখন লিষ্টত আমাৰ নাম এই জনমত উঠাৰ কোনো সম্ভাৱনা নাই।' মই তেওঁলোকৰ কথাত কোনো মন্তব্য নিদি কেৱল সুধিলো—'হেৰি নহয়, এই ঘৰটোৰ ভেটিটো ইমান ওখ কৰাৰ আইডিয়াটো প্ৰথমতে কাৰ মগজুত খেলাইছিল? আপোনাৰ নে তেওঁৰ?' বন্ধুৱে ক'লে—'কাৰ মগজুত খেলাব? এইটো মোৰ মগজুতেই খেলোৱা কথা।' এনেতে তেওঁৰ পৰিবাৰে মুখ পাতি ধৰিলে—'কিয় তোমাৰ হ'ব? প্ৰথমতে ময়েই তোমাক কোৱা নাছিলো জানো যে আমাৰ ঘৰৰ ভেটিটো আনতকৈ ওখ হ'ব লাগিব?' মানুহগৰাকীৰ কথা শুনি ময়ো ধেমালি কৰি মানুহগৰাকীক ক'লো—'মই আগতেই ভাবিছিলো, এয়া নিশ্চয় আপোনাৰেই আইডিয়া হ'ব।' মোৰ কথা শুনি মানুহগৰাকীক বেছ আনন্দিত হোৱা দেখা গ'ল।

মই এইবাৰ ভেটিটো সম্পৰ্কে মন্তব্য দিলো—'আপোনালোকৰ ভেটিটো ওখ কৰি বৰ ভাল কাম কৰিলে, কিছুদিনৰ পিছত দেখিব ৰাস্তাটো বনোৱাৰ লগে লগে ওচৰৰ আটাইবোৰৰ ভেটি তল গ'ল। কিন্তু আপোনালোকৰ এই ঘৰৰ ভেটি তেতিয়াও যথেষ্ট ওখ হৈ থাকিব। আপোনালোক দুয়ো আচলতে টেঙৰ মানুহেই। মই আপোনালোকৰ নাম মোৰ খং নোহোৱা মানুহৰ লিষ্টত ভৰাব নোৱাৰিলেও, আপোনালোক দুয়োজনৰে নাম মোৰ টেঙৰ মানুহৰ লিষ্টত কিন্তু আজিয়েই ভৰাই দিমগৈ।' মোৰ কথা শুনি দুয়োৱে হাঁ-হাঁ কৰি হাঁহি দিলে আৰু হাঁহি মুখেৰে তেওঁলোকে মোৰ গেটৰ মুখলৈকে আগবঢ়াই দি বিদায় দিলে। মই কেইখোজমান আহি পাছফালে ঘূৰি চোৱাত দেখিলো তেওঁলোক দুয়োজনে মোৰ ফালে চাই হাঁহিয়েই আছে।



# তোমালৈ মোৰ বৰ মনত পৰে

বিমলক মই প্ৰথমদিনা লগ নাপালোঁ। ডাওৰ নাতিনীজনীৰ হাতত চিঠিখন দি গ'ল। তাত লিখিছে—তেওঁলোক কেইজনমান শিক্ষিত যুৱকে লগ লাগি এখন দুমহীয়া আলোচনী উলিয়াব খুজিছে। অহা বহাগ বিহুৰ দিনাই আলোচনীখনৰ প্ৰথম সংখ্যাটো প্ৰকাশ কৰাৰ যো-জা চলাইছে। সেয়েহে মোৰ পৰা এটা প্ৰবন্ধ বিচাৰিছে।

মই কিছু দিনৰ পৰা এজন সৰু-সুৰা সাহিত্যিকেই (?) হৈ পৰিছোঁ। অ'ত-ত'ত কেতিয়াবা কেতিয়াবা কিবা-কিবি একোটা লিখোঁ। কোনোবাই কোনোবাই পঢ়ি কেতিয়াবা কেতিয়াবা ফোন একোটা কৰি কয়—"আপোনাৰ লেখাটো পঢ়ি বৰ ভাল পালো দেই। তাত এটা 'মেছেজ' আছে, লিখি থাকক, লিখি থাকক, অভ্যাসটো নেৰিব।"

এনেবোৰ কথা শুনি মই স্বাভাৱিকতে বৰ উৎসাহ অনুভৱ কৰোঁ। কোনোবা খবৰ কাকতত মোৰ কিবা এটা লেখা কেতিয়াবা ওলালে, কোনোবাই খবৰ কাকতৰ সম্পাদকলৈ চিঠি একোখন লিখি মোৰ লেখাটো যে পঢ়ি ভাল পালে সেই কথা জনায়। তেনেবোৰ চিঠিয়েই মোক কিবা একোটা লিখি যাবলৈ অনুপ্ৰেৰণা যোগায়। গতিকে এনেবোৰ কথাই মোৰ যে এচাম পঢুৱৈ সৃষ্টি কৰিছে, সেই কথাৰ এটা উমান মই পোৱা হৈছো। সেয়েহে ভাবিলো বিমল বোলা ল'ৰাজনো, মোৰ গুণমুগ্ধ পাঠক।

বিমল মানে বিমল গোহাঁই। চিঠিখনৰ শেষত এনেদৰেই লিখিছে। বিমল নো ক'ৰ ল'ৰা, ক'ত থাকে, তেওঁৰ ঠিকনা কি, এইবোৰ একো কথা তেওঁৰ চিঠিখনত উল্লেখ কৰা নাই। হ'লেও চিঠিখন মনোযোগেৰে পঢ়িলো। ভাবিলো কিবা এটা লিখি দিব লাগিব। ইমান আগ্ৰহ কৰি লিখিছে। কথাটো এইদৰে

ভাবিলোহে, লিখা কিন্তু নহ'ল। কেইদিনমান গ'ল বিমল আকৌ আহিল। সেইদিনা মই ঘৰতে আছিলো। চিনাকি দিলেহি— "ছাৰ মই বিমল। আগতে এদিন আহি আপোনালৈ বুলি চিঠি এখন দি গৈছিলোহি যে।" "অ' হয়, হয়, তোমাৰ চিঠিখন পাইছো—মই ক'লো।" তেওঁৰ পৰিচয় জানিব বিচৰাত ক'লে— "ছাৰ দুবছৰ আগতেই মই এম, এ, পাছ কৰিলো— অসমীয়াত। চাকৰি-বাকৰি একো নাই। লগৰ দুজনমানৰ লগতে এটা প্ৰাইভেট হোষ্টেলত গুৱাহাটীৰ গান্ধীবস্তিত আছোহি। ছমাহ মানেই হ'ল।" ল'ৰাজনৰ লগত কথা পাতি বৰ ভাল লাগিল। পোছাক-পৰিচ্ছদ অতি পৰিপাটি। অত্যন্ত ভদ্ৰ, মৃদুভাষী। তেওঁক ক'লো—

"মই আচলতে এজন পোৱালি লেখকহে। কেতিয়াবা এনেয়ে কিবা এটা লিখো। তথাপিও তুমি আহিলা যেতিয়া কিবা এটা লিখি দিম বাৰু। কিন্তু লেখাটোৰ মান কেনেকুৱা হয় ক'ব নোৱাৰো। যদি নিম্নমানৰ হয় প্ৰকাশ নকৰিবা।"

"নাই নাই ছাৰ, আপুনি তেনে কথা কিয় কয়? আপোনাৰ লেখা পঢ়ি এচাম মানুহে ভাল পায় কাৰণেই আপোনাৰ ওচৰলৈ আহিছো। আপুনি চিন্তা নকৰিব।" ল'ৰাজনে কথা কোৱা ধৰণ-কৰণৰ পৰা ধাৰণা হ'ল ল'ৰাজনে হয়তো সঁচা কথাকে কৈছে। বিমলক চাহ-তাহ খুৱালো। নাখাও নাখাও কৈছিল, জোৰ কৰি কোৱাত যেনিবা খালে। অৱশেষত তেওঁ গ'লগৈ।

যোৱাৰ আগতে কৈ গ'ল—"ছাৰ, আপোনাৰ লেখাটো অলপ তত্ত্বগধুৰ হ'লে ভাল হয়।"

ক'লো—"চাওচোন কি লিখিব পাৰো। পাৰিলে তেনেকুৱাই লিখিম বাৰু।"

—"আপুনি পাৰিব ছাৰ।"

—"তুমি অহা বুধবাৰে লেখাটো লৈ যাবাহি।"

—"হ'ব ছাৰ, আপুনি সেইবোৰ চিন্তা কৰিব নালাগে।"

ল'ৰাজন গ'লগৈ। তেওঁক মই সচাৰাচৰ অভ্যাসবশতঃ গেটৰ ওচৰলৈ আগবঢ়াই দিলো।

বিমল যোৱাৰ পিছত আচলতে মই বৰ চিন্তাত পৰিলো। ল'ৰাজন দুবাৰেই আহিল। কিবা এটা লিখি দিবই লাগিব। কিন্তু তেওঁ লেঠা এটা লগাই থৈ গ'ল নহয়। তেওঁ যদিও কৈ গ'ল কিবা এটা তত্ত্বগধুৰ প্ৰবন্ধ লিখিবলৈহে, মই সাধাৰণতে লঘু ধৰণৰ, অলপ হাঁহি, অলপ গধুৰ এনেকুৱাবোৰহে লিখো। মানুহেও মোৰ এনেকুৱা লিখাবোৰহে পঢ়ি ভাল পায়। কিন্তু বিমলে এইবাৰ গধুৰ

ধৰণৰহে প্ৰবন্ধ লিখিবলৈ কৈ গ'ল। ময়ো সেই সময়ত এই কথা চিন্তা নকৰিলো। কিন্তু কথা দিলো যেতিয়া কিবা এটা লিখিবই লাগিব। অৱশেষত ঠিক কৰিলো— "বিহুৰ উৎপত্তি আৰু ইয়াৰ ক্ৰমবিকাশ"— এই সম্পৰ্কেই লিখো। এই বিষয়টোত মই ছাত্ৰ অৱস্থাৰ পৰাই অলপ পঢ়া-শুনা কৰি আহিছোঁ। বিহু সম্পৰ্কে বহুতো বিজ্ঞ আৰু জ্ঞানী লোকে বিহু সন্মিলন আদিত দিয়া বক্তৃতাও শুনি আহিছো। তাৰোপৰি চাকৰি কৰি থকা কালত নিজেও সভাপতি, মুখ্য অতিথি, বিশিষ্ট অতিথি আদি হৈ বিভিন্ন ঠাইত বিভিন্ন বিহু সন্মিলন আদিলৈ যাবলগীয়া হৈছিল বাবে বিহু সম্পৰ্কীয় কথাবোৰৰ বিষয়ে কিছু পঢ়া-শুনা, কিছু চিন্তা-চৰ্চাও কৰিবলগীয়া হৈছিল। গতিকে বিহু সম্পৰ্কে অকণমান চিন্তা কৰিলেই প্ৰবন্ধ এটা লিখিব পাৰিম বুলি বিশ্বাস এটা জন্মিল। এইদৰে ভাবি-চিন্তি থাকোতেই দুদিনমান গ'ল। এইবাৰ বিমলে ফোন কৰি সুধিলে—"ছাৰ আপোনাৰ লেখাটো হ'লনে? যদি হ'ল আনিবলৈ যাব খুজিছো।"

মই ক'লো—"হেৰা, ৰ'বা ৰ'বা, এতিয়াই নাহিবা। তুমি অহা দেওবাৰে আহা।"

"হ'ব ছাৰ, তাতকৈ কিন্তু দেৰি নকৰিব। ইতিমধ্যে বহুতো প্ৰবন্ধ প্ৰেছত দিলোৱেই! সেইবোৰৰ ডি.টি.পি. চলি আছে। আমি আপোনাৰ লেখাটোৰ বাবে আগ্ৰহেৰে বাট চাই আছো।"

"হ'ব দিয়া, দেওবাৰে মোৰটোও পাই যাবা।"

এইবাৰ মোৰ ৰক্ষা নাই। যিকোনো প্ৰকাৰে দেওবাৰে মোৰ লেখাটো দিবই লাগিব। যথেষ্ট কষ্ট কৰি সেইমতে যেনিবা লেখাটো যুগুত কৰি উলিয়ালো। প্ৰায় এহেজাৰ বছৰৰ আগৰ পৰা আৰম্ভ কৰি, শংকৰদেৱৰ দিনত বিহু সংস্কৃতিৰ কেনে ধৰণৰ সংমিশ্ৰণ ঘটিল, সেই সম্পৰ্কেও কিছু আভাস দি আহোম স্বৰ্গদেউসকলৰ দিনত বিহুৱে কেনেধৰণৰ ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰিলে, সেই বিষয়েও অলপ ক'লো। ইয়াৰ পিছত ইংৰাজসকলৰ দিনতো বিহুৱে কেনেকুৱা নতুন ৰূপ ধাৰণ কৰিলে, সেই বিষয়েও কিছু কথা কৈ বিহুৱে, বিহু নৃত্যই, হুঁচৰিয়ে ক্ৰমাগতভাৱে নতুন নতুন সাজোন-কাচোনেৰে আহি কেনেকৈ মঞ্চত উঠিলেহি সেই কথাও চমুকৈ কৈ বৰ্তমানৰ বিহুৱে জাতীয় জীৱনত বিভিন্ন দিশত কেনে ধৰণেৰে নতুন চিন্তা-চৰ্চাৰ উন্মেষ ঘটাইছে সেই বিষয়ে বিহুৰ নতুন ৰূপটোৰ এখন ছবি দাঙি ধৰিলো। লগতে বিহু নৃত্য আৰু বিহু নাচৰ পাৰ্থক্যটোৰ কথাও আঝাৰ চেৰেক লিখিলো। এই প্ৰবন্ধটো লিখোতে মোৰ যথেষ্ট কষ্টও হ'ল। বহুতো

পুৰণি আলোচনী আৰু কিতাপ-পত্ৰ আদিত চকু ফুৰাব লগা হ'ল। বিহুৰ বিভিন্ন দিশৰ ওপৰত গভীৰভাৱে চিন্তা কৰি গ্ৰন্থ, প্ৰবন্ধ আদি লিখা বহুগৰাকী বিজ্ঞ লোকৰ লেখাৰ পৰাও দুই-চাৰিটা উদ্ধৃতি আদি দিব লগা হ'ল। মুঠতে প্ৰবন্ধটো বেচ তত্ত্বগধুৰ আৰু উচ্চ মানৰ প্ৰবন্ধই হৈ পৰিল। প্ৰবন্ধটো লিখি শেষ কৰাৰ পিছত মই বহুবাৰ পঢ়িলো। পঢ়ি মোৰ নিজৰে বৰ ভাল লগা হ'ল। মাজে মাজে মোৰ মনত সন্দেহ ওপজা হ'ল— এই ইমান সুন্দৰ প্ৰবন্ধটো মই, মানে এই পোৱালি সাহিত্যিক (?) জনেই লিখিছোনে বাৰু? এইকেইদিন মোৰ বৰ কষ্ট হ'ল, কিন্তু তাৰ বিনিময়ত এটি সুন্দৰ প্ৰবন্ধৰ সৃষ্টি হ'ল।

মই পূৰ্বতে কোৱাৰ দৰেই বিমল আহি পুনৰ ওলালহি। এইবাৰ মই বৰ আনন্দ মনেৰেই তেওঁৰ হাতত মোৰ প্ৰবন্ধটো তুলি দিলো। তেওঁ ওপৰে ওপৰে প্ৰবন্ধটোৰ ওপৰত চকু ফুৰাই ক'লে—"ছাৰ, আপোনাৰ এই প্ৰবন্ধটো সচাঁকৈয়ে বৰ ভাল হৈছে। আপোনাক ইয়াৰ বাবে অশেষ ধন্যবাদ। আপোনাৰ এই প্ৰবন্ধটোৱে আমাৰ আলোচনীখনৰ মান যথেষ্ট উন্নত কৰি তুলিব।"

ময়ো অতি বিনয়েৰে ক'লো—"নাই, নাই, সিমান ভাল হোৱা নাই। তথাপি বৰ নিম্নমানৰো হোৱা নাই চাগৈ।"

"নহয়, ছাৰ আপুনি তেনেকৈ নক'ব। এই প্ৰবন্ধটোত বিহুৱে উৎপত্তিৰ পৰা আৰম্ভ কৰি সময়ৰ বিভিন্ন স্তৰ অতিক্ৰম কৰি বৰ্তমানলৈকে যি একোটা ক্ৰমাগত আৰু পৰিৱৰ্তিত ৰূপ ধাৰণ কৰি আহি আহি বৰ্তমানৰ ৰূপটোত স্থিতি গ্ৰহণ কৰিছেহি আৰু এই ৰূপটোৱে কেনেকুৱা ধৰণৰ প্ৰসাৰতা আৰু জনপ্ৰিয়তা অৰ্জন কৰিছে, সেই বিষয়ে এক সুন্দৰ ছবি অঙ্কিত হৈছে।"

বিমলৰ কথা শুনি মই কোনো মন্তব্য নিদিলো। বিমলে প্ৰবন্ধটো হাতত লৈ বৰ লৰালৰি কৰি যাবলৈ ওলাল। বুজিলো—প্ৰবন্ধটো পঢ়ি বিমল বৰ আনন্দিত হৈছে। তেওঁক মই গেটৰ মুখলৈকে পূৰ্বৰ দৰেই আগবঢ়াই দি যোৱাৰ পিনে চাই ৰ'লো।

যথা সময়ত বিহুৰ দিনাই বিমলহঁতৰ আলোচনীখন নিশ্চয় প্ৰকাশ হ'ল। আলোচনীখন চাবলৈ মই বৰ উদগ্ৰীৱ হৈ ৰ'লো। আচলতে আলোচনীখন চাবলৈ নহয়, আলোচনীখনত মোৰ প্ৰবন্ধটো ছপা আকাৰত চাবৰ বাবেহে। বিমলক ফোন কৰি আলোচনীখনৰ কপি এটা মোলৈ পঠিয়াই দিবলৈ ক'বলৈও তেওঁৰ ফোন নম্বৰটো লোৱা নহ'ল। ঠিকনাটোও ভালকৈ নাজানো। গুৱাহাটীৰ নিচিনা মহানগৰীত গান্ধীবস্তি এটা নিশ্চয় সম্পূৰ্ণ ঠিকনা হ'ব নোৱাৰে। এদিন দুদিন কৰি

প্ৰায় দুমাহ সময় পাৰ হৈ গ'ল। বিমলৰ কোনো খা-খবৰ নাই। বহাগী বিদায় নামৰ অনুষ্ঠানবোৰেও কাহানিবাই সামৰণি পেলালে। আনহাতে বহুত কষ্ট কৰি লেখা প্ৰবন্ধটোৰ কোনো কপিও মই লগত ৰাখিবলৈ নহ'ল। ভাবিছিলো মোৰ পৰা খুজি নিয়া প্ৰবন্ধটো নিশ্চয় আলোচনীখনত প্ৰকাশ পাবই আৰু আলোচনীখনৰ কপি এটা মোক নিশ্চয় দিবই।

আলোচনীখনৰ কপি এটা ইমান দিন হ'লেও মোলৈ পঠাই নিদিয়াত স্বাভাৱিকতে মোৰ মন ক্ষুণ্ণ হোৱা আৰম্ভ হ'ল। বিমললৈ মোৰ খং উঠা হ'ল। চিনি জানি নোপোৱা ল'ৰা এটাৰ কথাতে মই ইমান কষ্ট কৰি প্ৰবন্ধটো লিখা আৰু তেওঁৰ হাতত প্ৰবন্ধটো দিয়া কথাটো যে মুঠেই ভাল নহ'ল সেই কথা ভাবি মোৰ মন প্ৰায়েই গধুৰ হোৱা হ'ল।

এইদৰে প্ৰায় দুমাহমান যোৱাৰ পিছত মোৰ এজন সম্পৰ্কীয় মানুহৰ অসুখ হোৱাত মই এদিন যোৰহাটলৈ খবৰ ল'বলৈ যাবলগীয়া হ'ল। দুদিন থাকি পুনৰ গুৱাহাটীলৈ ঘূৰি অহাৰ সময়ত যোৰহাটলৈ ৰাজ্যিক পৰিবহন নিগমৰ আস্থানত বাছ এৰিবলৈ কিছু সময় থকা হেতুকে কিতাপৰ দোকানত কিতাপ-আলোচনী বিলাকৰ ওপৰত চকু ফুৰাই আছিলো। এইদৰে চকু ফুৰাই থাকোতে এখন সুন্দৰ বেটুপাতৰ আলোচনীত চকু পৰিল। বিহু সংখ্যাৰ আলোচনী। লগে লগে আলোচনীখন কিনি কোনে কি লিখিছে সেই কথা জানিবলৈ সূচীপত্ৰখনত চকু ফুৰালো। কোনোবা এজন মহানন্দ শইকীয়াই এটা প্ৰবন্ধ লিখিছে— নাম দিছে "বিহুৰ ক্ৰমবিকাশ।" প্ৰবন্ধটোৰ ওপৰতো ওপৰে ওপৰে চকু ফুৰোৱাত দেখিলো হায়, হায়, এইটো দেখোন সেই নতুন আলোচনীখনৰ বাবে মই লিখা সেই প্ৰবন্ধটোৱেই। প্ৰবন্ধটোৰ নামটোহে অলপ বেলেগ। বাকী কথা সকলো একেই। আলোচনীখনো ওলাইছে—নকছাৰীৰ পৰাহে, কথাটো গোহাঁইয়ে কোৱাৰ দৰে গুৱাহাটীৰ পৰা নহয়। কথাটো কেনেকৈ কি হ'লগৈ মই একোৱেই ধৰিব নোৱাৰা হ'লো। বিমল গোহাঁয়েই মহানন্দ শইকীয়া নহয়তো। মই লৰালৰি কৰি গৈ গুৱাহাটীলৈ আহিবলৈ সাজু হৈ থকা বাছখনত বহিলোগৈ। মূৰটো অলপ ঘূৰোৱা ঘূৰোৱা যেন লাগিল।

তেতিয়াৰ পৰাই গুৱাহাটীৰ চিটি বাছত ঘূৰি ফুৰোতে মোৰ চকু দুটাই বাটে-পথে বিমল গোহাঁইক বিচাৰি ফুৰা হ'ল। প্ৰত্যেক বছৰে বিহু আহিলেই মই যেন বিমল গোহাঁইক ক'ম

—বিমল, তোমালৈ মোৰ বৰ মনত পৰে।



# কেৱল নমস্কাৰ

ইণ্টাৰভিউ লোৱা আৰু যোগ্যতা ভিত্তিত প্ৰাৰ্থীৰ তালিকাখন যুগুত কৰাৰ দায়িত্ব মোৰ ওপৰতে অৰ্পণ কৰা হ'ল। মই তেতিয়া তিনিচুকীয়াত এগৰাকী অতিৰিক্ত সহকাৰী আয়ুক্ত হিচাপে কাৰ্যনিৰ্বাহ কৰি আছিলো। তিনিচুকীয়া তেতিয়া মহকুমাহে আছিল। কিন্তু মহকুমা হ'লেও তেতিয়া কৰ্মচাৰীৰ সংখ্যা প্ৰয়োজনতকৈ যথেষ্ট কম আছিল। গতিকে যোৰহাটত থকা উজনি অসমৰ আয়ুক্তই তৃতীয় শ্ৰেণী আৰু চতুৰ্থ শ্ৰেণীৰ কেইটামান পদৰ মঞ্জুৰী দিছিল। সেইকেইটা পদতে নিযুক্তি দিয়াৰ অৰ্থে প্ৰাৰ্থী নিৰ্বাচন কৰাৰ দায়িত্ব মহকুমাধিপতিয়ে মোৰ ওপৰতে অৰ্পণ কৰিছিল। সেয়া ১৯৮২ চনৰ কথা।

সেইমতে এক ইণ্টাৰভিউ বোৰ্ড গঠন কৰি ভালেসংখ্যক প্ৰাৰ্থীৰ ইণ্টাৰভিউ লৈ দুয়ো শ্ৰেণী কৰ্মচাৰীৰ বাবে একোখনকৈ তালিকা প্ৰস্তুত কৰিলো। কেইজনমান ৰেটিং লিষ্টতো ৰাখিলো। চতুৰ্থ শ্ৰেণীৰ ৰেটিং লিষ্টখনত এজনক এক বিশেষ বিবেচনাতহে অন্তৰ্ভুক্ত কৰিবলগীয়া হ'ল। তেতিয়া চৰকাৰী চাকৰীত মকৰল কৰাৰ উৰ্দ্ধতম বয়স ৩০ বছৰহে আছিল। এতিয়াৰ দৰে ৩৬ বছৰ নাছিল। ৰেটিং লিষ্টত বিশেষ বিবেচনাত নাম অন্তৰ্ভুক্ত কৰা গঁগে উপাধিধাৰী প্ৰাৰ্থীজনৰ বয়স সেই সময়ত ৩০ বছৰৰ প্ৰায় ওচৰেই হৈছিল।

যি কি নহওক, প্ৰথমতে মঞ্জুৰীকৃত পদসমূহৰ বিপৰীতে নিৰ্বাচিত প্ৰাৰ্থীসকলক নিযুক্তি দিয়া হ'ল। তাৰ পিছত কিবা কাৰণত পদ খালী হ'লে ৰেটিং লিষ্টত নাম থকা প্ৰাৰ্থীসকলকো নিযুক্তি দিয়া প্ৰক্ৰিয়া আৰম্ভ হ'ল। কিন্তু সেই গঁগে উপাধিধাৰী প্ৰাৰ্থীজনক নিযুক্তি দিবলৈ কোনো পদ খালী নহ'ল।

আনহাতে তেওঁৰ বয়সৰ উৰ্দ্ধতম সীমাও পাৰ হওঁ হওঁ হ'বৰ হ'ল। স্বাভাবিকভাৱেই এই কথাই ল'ৰাজনক বৰ চিন্তাত পেলালে। ল'ৰাজন দেখাত সহজ-সৰল আছিল যদিও দৰাচলতে বৰ বুদ্ধিমান আছিল। তেওঁ প্ৰত্যেক দিনাই মই অফিচলৈ আহিবলৈ ওলোৱাৰ আগমুহূৰ্তত মোৰ ঘৰলৈ যোৱা আৰম্ভ কৰিলে। তেওঁ গৈয়েই হাত দুখন একেলগ কৰি, কপাললৈকে নি, হাতযোৰ কৰি মোক কয়—'ছাৰ, নমস্কাৰ।'

ময়ো উত্তৰ দিওঁ,—'অ' নমস্কাৰ, পিছে কিয় আহিলা?'

'নাই ছাৰ, কাম একো নাই, আপোনাক মাত্ৰ নমস্কাৰ এটা দিবলৈ আহিলোঁ।'

এইবুলি কৈয়েই মোক একো কথা ক'বলৈ সুবিধা নিদি খৰধৰকৈ পুৰণা মামৰে খোৱা চাইকেলখনত উঠি যায়গৈ। কিছু সময়ৰ পিছত ময়ো গৈ অফিচ পাওঁগৈ। গৈ দেখোঁ যে তেওঁ মোৰ অফিচ কোঠাৰ সন্মুখত থিয় হৈ আছে আৰু মোক দেখিয়েই আগৰ দৰেই কয়—'ছাৰ নমস্কাৰ।' 'অ' নমস্কাৰ।' তাৰ পিছত মোৰ অফিচ কোঠাৰ দুৱাৰৰ ওচৰতে বৈ থাকে। মই কিবা কামত কোঠাৰ পৰা ওলালেই আকৌ কয়— 'ছাৰ নমস্কাৰ।' 'অ' নমস্কাৰ'। আকৌ অফিচ কোঠাত সোমোৱাৰ সময়তো কয়—'ছাৰ নমস্কাৰ।' 'অ' নমস্কাৰ'।

অফিচ ছুটীৰ পিছত সন্ধিয়া মাজে মাজে মই মাছৰ বজাৰলৈ যাওঁ। নিজে চাই-চিতি মাছ কিনাটো মোৰ এটা চখ। মাছৰ বজাৰতো সেই ল'ৰাজন গৈ ওলায়গৈ। তাতো কয়—'ছাৰ নমস্কাৰ।' 'অ' নমস্কাৰ'। 'ছাৰ, এই মাছটো লওক কাণ দুখন একদম ৰঙা হৈ আছে। খাই ভাল পাব।'

ল'ৰাজনৰ নমস্কাৰৰ উৎপাতত মই ঘৰৰ পৰা ওলাবই নোৱাৰা হ'লোঁ। য'লৈকে যাওঁ, তাতে তেওঁ গৈ ওলাবই আৰু 'ছাৰ নমস্কাৰ' ক'বই। তেওঁৰ নমস্কাৰে মোক একেবাৰে অতিষ্ঠ কৰি তোলা হ'ল। গতিকে তেওঁৰ এই নমস্কাৰৰ পৰা কেনেকৈ হাত সাৰিব পাৰি, তাৰ বাবে ময়ো উপায় বিচাৰিব লগা হ'ল।

এদিন অফিচলৈ গৈ তাৰানাথ খনিকৰক মতাই আনি ক'লো—'এই গগৈ বুলি কোৱা ল'ৰাজনৰ অত্যাচাৰত মই কেনিও ওলাব নোৱাৰা হৈছোঁ।'

খনিকৰ কৰ্মচাৰী শাখাৰ উচ্চবৰ্গৰ সহায়ক। গগৈ বোলাজনে মোক অত্যাচাৰ কৰা বুলি শুনি আচৰিত হৈ খনিকৰে ক'লে—

'কি? ই ছাৰ অত্যাচাৰ কৰিছে, পুলিচৰ হতুৱাই তাক ভালকৈ এপিটন দিয়াওঁ নেকি?'

মই খনিকৰক ক'লোঁ—'নহয়, নহয়, তেনেকুৱা অত্যাচাৰ নহয়। এইয়া নমস্কাৰৰ অত্যাচাৰহে।' এইবুলি গঁগেয়ে মোক ৰাতিপুৱাৰ পৰা ৰাতিলৈকে য'তে ত'তে নমস্কাৰ দি দি মোক কেনেকৈ অতিষ্ঠ কৰি তুলিছে, সেই কথা ক'লোঁ। লগতে ক'লোঁ—

'এওঁক কেনেকৈ হয়, ক'ৰবাত কাম এটাত ভৰাওক। নহ'লে মোৰ ওপৰত তেওঁৰ অত্যাচাৰ চলিয়েই থাকিব।'

খনিকৰে মোৰ ওপৰত ল'ৰাজনে কৰা অত্যাচাৰৰ কাহিনী শুনি হাঁহি হাঁহি ক'লে—'ছাৰ, এতিয়াতো কোনো প'ষ্ট খালী নাই। কি কৰা যায়।' মই ক'লো—'কোনোবা এজন পুৰণা পিয়নক মোৰ ওচৰলৈ পঠাই দিয়কগৈ।'

সেইমতে এজন পিয়ন আহি মোৰ ওচৰত হাজিৰ হ'লহি। মই তেওঁক সুধিলোঁ—'তুমি বিয়াবাৰু কৰালা নেকি?'

'নাই ছাৰ'।

'তোমাৰ বয়স কিমান হৈছে?' ক'লে, কিমান হৈছে।

'তোমাৰ মা, দেউতাই তোমাৰ বাবে ক'ৰবাত ছোৱালী চাইছে নেকি?'

'নাই চোৱা ছাৰ।'

'তুমি নিজে চাইছা নেকি?'

'নাই চোৱা ছাৰ।'

'তেনেহ'লে এটা কাম কৰা। তোমাৰ বিয়াৰ বয়স পাৰ হৈ যোৱাৰ নিচিনাই হৈছে। আৰু দেৰি হ'লে তোমালৈ মানুহে ছোৱালী নিদিবই। তোমাক এমাহৰ ছুটি দিওঁ। এই সময়তে তুমি ছোৱালী চোৱা-চিতা কৰাগৈ। ছুটীৰ সময়ছোৱাত পুৰা দৰমহা পাবাই যেতিয়া, কিহৰ চিন্তা।'

মোৰ কথা শুনি পিয়নজনে বৰ স্ফুৰ্তি পালে আৰু সেইদিনাই এমাহৰ ছুটীৰ বাবে দৰ্খাস্ত কৰিলে। এইদৰে এমাহৰ বাবে খালী হোৱা পদটোতে গঁগেক প্ৰথম নিযুক্তি দিয়া হ'ল। সেই এমাহ শেষ হোৱাৰ পিছত আন এজন পিয়নকো এমাহৰ ছুটী দিয়াৰ বাবে আন এক আনন্দদায়ক কাৰ্যব্যৱস্থা লোৱা হ'ল আৰু গঁগেক আকৌ আন এমাহৰ বাবে নিযুক্তি দিয়া হ'ল। এনেকুৱা প্ৰক্ৰিয়া এটা

কিছুদিন চলাৰ পিছত এটা পিয়নৰ পদ খালী হ'ল আৰু সেই পদতে গঁগেক স্থায়ীভাৱে নিযুক্তি দিয়া হ'ল।

কেৱল নমস্কাৰ দিয়েই চাকৰি লাভ কৰাটো আজিৰ দিনত এক সপোনতো ভাবিব নোৱাৰা কথা। এয়া সচাঁকৈয়ে এক চিন্তনীয় বিষয়।

আজি কিছুদিনৰ আগতে তিনিচুকীয়ালৈ যাওঁতে এঠাইত এজন বয়সস্থ মানুহক লগ পালোঁ। মানুহজনে মোক দেখিয়েই ক'লে—

'ছাৰ নমস্কাৰ। আপুনি মোক চিনি পাইছেনে? মই গঁগে, দেবেন গঁগে, আপুনি যে চাকৰি দিছিলে, সেই গঁগে।' মই তেওঁক গবা মাৰি ধৰিলোঁ।

দেবেন গঁগেৰ নমস্কাৰ স্মৃতিয়ে মোক এতিয়াও আমনি কৰে।



# কথাটো ময়ো নক'লো

মই ভিতৰৰ পৰা ওলাই আহোতে অলপ পলম হ'ল। ওলাই আহি বন্ধুজনক ক'লো— 'বেয়া নাপাব মই আচলতে শুই আছিলো।'

বন্ধুৱে সুধিলে—'কিয় অসময়ত শুই আছিল?'

ক'লো—'মই আজি ফোনৰ বিল দিবলৈ যাম। সেই কাৰণেই শুই আছিলো।' মোৰ কথা শুনি বন্ধুৱে মোলৈ অবাক দৃষ্টিৰে চাই ৰ'ল। বুজিলো তেওঁ মোৰ কথাটো অলপো বুজি পোৱা নাই। গতিকে তেওঁক কথাটো বুজাই ক'লো— 'ফোনৰ বিল দিবলৈ যোৱাৰ কথা ভাবিলেই মোৰ ব্লাড প্ৰেছাৰ বাঢ়িবলৈ ধৰে।' বন্ধুৱে মোৰ কথাৰ অৰ্থটো বুজি পাই হাঃ হাঃ কৰি হাঁহি এটা মাৰি ক'লে—'হয় দেই আপুনি ঠিকেই কৈছে।'

পিছদিনা পুৱা ৯ মান বজাতেই এক গধুৰ মন লৈ ফোনৰ বিল দিবলৈ যোৱাৰ বাবে সাজু হ'লো। এনেতে ডাঙৰ ছোৱালীজনীয়ে ক'লে—

'বাবা, আজি গধূলি ৬ মান বজাত চন্দ্ৰমোহন শইকীয়া আমাৰ ঘৰলৈ আহিব। চাহৰ লগত দিবলৈ একো নাই। গতিকে ফোনৰ বিল দি ঘূৰি আহোঁতে কিবা-কিবি অলপ কিনি লৈ আনিবা।'

'চন্দ্ৰমোহন শইকীয়া? কোন চন্দ্ৰমোহন শইকীয়া?'

ক'লে—'তুমি তেওঁক চিনি নাপাবা। কালি মই তেওঁক মণিকা বাইদেউৰ ঘৰত লগ পাইছিলো। ইয়াৰ আগতেও দুবাৰমান তেওঁক তাতেই লগ পাইছিলো। বাইদেউৰ কিবা সম্পৰ্কীয় হয়।' 'সেইটো বাৰু বুজিলো। কিন্তু মোক চাবলৈ কিটো আছে? মই দৰাও নহওঁ, কইনাও নহওঁ।'

ছোৱালীজনীয়ে ক'লে—'তেওঁ তোমাৰ প্ৰিয় পাঠক। কেৱল তেৱেঁই নহয়, তোমাৰ কিবা এটা লেখা 'আমাৰ অসম' কাকতত ওলালেই তেওঁৰ ঘৰখনৰ সকলোৱে মাজত কাগজখন লৈ টনা-আঁজোৰা লাগে। সকলোৱে তোমাৰ লেখাটো

আগতে পঢ়িবলৈ বিচাৰে। সেয়েহে তুমি মানুহজন কেনেকুৱা সেইটো জানিবলৈকে তোমাক চাবলৈ আহিব।' কথাখিনি শুনি মনটো বৰ ভাল লাগি গ'ল। মোৰ নিচিনা পোৱালি সাহিত্যিক (?) এজনৰ লেখা পঢ়ি ভাল পোৱা অন্ততঃ এঘৰ মানুহ ওলাইছে। (সেই যে ক'লো, চন্দ্ৰমোহন শইকীয়া আৰু মণিকা বাইদেউ, এই দুটা কাল্পনিক নামহে, আচল নাম ক'ব খোজা নাই।) চন্দ্ৰমোহন শইকীয়া যে মোক চাবলৈ আহিব, এনেকুৱা কথাত অস্বাভাৱিকতা একো নাই, আচলতে কেতিয়াবা কোনোবা মানুহক কাৰোবাৰ যে চাবলৈ মন যায়, এই কথা হয়। কিছুদিনৰ আগলৈকে ড° সুনিল কুমাৰ শইকীয়া বোলা মানুহজনকো মোৰ চাবলৈ বৰ মন গৈ আছিল।

অলপতে শংকৰদেৱ কলাক্ষেত্ৰত হোৱা সভা এখনলৈ ড° উদ্যোক্তাসকলে বিশিষ্ট অতিথি কৰি মাতিছিল। মোলৈ পঠিওৱা নিমন্ত্ৰণী পত্ৰখনত তেওঁৰ নামটো দেখি ভাবিলো, এই মিটিংখনলৈ মই যেনে-তেনে যাবই লাগিব'। নিৰ্দিষ্ট তাৰিখত যথা সময়ত গৈ দেখো ড° সুনিল শইকীয়াৰ শাৰীৰিক অবয়বটো মোৰ কল্পনাৰ অবয়বটোৰ লগত দেখোন নিমিলে। মই কল্পনা কৰাতকৈ তেখেতৰ শাৰীৰিক অবয়ব যথেষ্ট উন্নত।

সভাৰ শেষত ড° শইকীয়াৰ লগত চিনাকি হওঁতে তেওঁ ক'লে—'ময়ো আপোনাৰ লেখা মেলা পঢ়োঁ, কিন্তু আজি আপোনাক দেখি আপুনিয়েই যে সেইজন মানুহ, মই একেবাৰেই ধৰিব পৰা নাছিলো।' ড° শইকীয়াৰ শাৰীৰিক অবয়ব দেখি মই যিমান আনন্দিত হ'লো, মোৰ শাৰীৰিক অবয়ব দেখি শইকীয়া নিশ্চয় সিমান হতাশ হ'ল। অৱশ্যে মোৰ শাৰীৰিক অবয়ব তথা চেহেৰা পাতি কাৰোবাৰ কাৰোবাৰ বাবে হতাশাজনক হ'লেও কোনোবা কোনোবাই কিন্তু মোক ধুনীয়া বুলিও কয়। এইদৰে এই বয়সতো কোনোবাই মোক ধুনীয়া বুলি ক'লে মনটো আনন্দত নাচি উঠে। অৱশ্যে, মই মানুহটো ধুনীয়া হওঁনে নহওঁ, সেই বিষয়ে মতভেদ থাকিলেও মোৰ নাকটো যে ধুনীয়া, সেই বিষয়ত কিন্তু কাৰো মতভেদ দেখা নাযায়।

সিদিনা ফোনৰ বিল দিবলৈ গৈ ৯ বাজি ৪০ মিনিটত ফোনৰ অফিচ পালোগৈ, গৈ দেখো অফিচৰ গেটৰ বাহিৰত তেতিয়াই ৪০-৪৫ জনমান মানুহ শাৰী পাতি থিয় হৈ আছেই। মই আচৰিত হ'লো। ইমান সোনকালেই ইমান মানুহ। তাকো গেটৰ বাহিৰত। এজনক সুধি গম পালো—মূল গেটখন দহ বজাৰ আগে আগেহে খুলিব। যিহেতু মূল গেটখন খোলাৰ পিছত কাউণ্টাৰৰ মুখৰ পৰা

আৰম্ভ হোৱা শাৰীটোহে আচল শাৰী হ'ব, গতিকে মই গেটৰ বাহিৰৰ শাৰীটোত থিয় নহৈ বাহিৰতে এঠাইত থিয় হৈ ৰ'লো।

দহ বজাৰ আগে আগে মূল গেটখন খোলা হ'ল। মই যদিও ফোনৰ বিল দিবলৈ গৈছিলো, আচলতে মোৰ হাতত তেতিয়ালৈ ফোনৰ বিল নায়েই। ফোনৰ বিল মানে বি এছ এন এল ফোন আৰু লেণ্ড লাইনৰ বিল। এইবোৰ ফোনৰ বিল ডাকযোগেহে আহে, কিন্তু এইবোৰ প্ৰায়েই নিৰ্ধাৰিত তাৰিখ পাৰ হৈ যোৱাৰ পিছতহে পাওঁ। কেতিয়াবা কোনোদিনেও নাপাওঁ। সেইদিনাও তেতিয়ালৈকে ফোনৰ বিল হাতত নপৰা হেতুকে প্ৰথমখন ডুপ্লিকেট বিল উলিয়াবলৈ লেণ্ড লাইনৰ কাউণ্টাৰত থিয় হ'ব লগা হ'ল। এঘণ্টামানৰ পিছত যেনিবা সেইবিধ ফোনৰ ডুপ্লিকেট কপিটো পালো।

তাৰ পিছত ম'বাইল ফোনৰ ডুপ্লিকেট কপি দিয়া কাউণ্টাৰৰ শাৰীত থিয় হ'লোগৈ। তাতো এঘণ্টামানৰ পিছত সেইবিধ ফোনৰো ডুপ্লিকেট কপি পালো। এই দুইবিধ বিলৰ ডুপ্লিকেট কপি হাতত লৈ শেষত 'পেমেণ্ট' কৰা কাউণ্টাৰত শাৰীত থিয় হ'লোগৈ।

ফোনৰ বিল দিবলৈ যাওঁতেহে যে এনেদৰে শাৰী পাতিব লাগে, সেই কথা নহয়, য'তে-ত'তেই শাৰী পাতিব লাগে। আজিকালি দিছপুৰৰ ষ্টেট বেংকতো পাতিবলগীয়া শাৰীবোৰত ঘণ্টাৰ পিছত ঘণ্টা থিয় হৈ থাকিবলগীয়া হোৱাটো কিমান যে কষ্টকৰ আৰু আমনিদায়ক, সেই কথা ভুক্তভোগীবোৰেহে উপলব্ধি কৰিব পাৰে। মই যে সেই টেলিফোন বিল দিবলৈ যোৱাৰ কথা কৈছো তাৰ কেইদিনমানৰ আগতে মই ষ্টেট বেংকৰ পৰা টকা উলিয়াবলৈ গৈছিলো। তাত ছিনিয়ৰ চিটিজেন আৰু লেডিজৰ বাবে এটা বেলেগ কাউণ্টাৰ আছে। মই সেই কাউণ্টাৰৰ শাৰীত থিয় হ'লোগৈ।

এনেবোৰ শাৰীত থিয় হৈ থকাটো আমনিদায়ক হ'লেও শাৰীত থকা মানুহবোৰক চাই কিন্তু মই বৰ আমোদ পাওঁ। সকলোৰে মনবোৰ মৰা, মুখবোৰ শুকান। সেইদিনা শাৰীত থিয় হোৱাৰ কিছু সময় পিছতে মোৰ পিছত থিয় হৈ থকা লোকজনক ক'লো—'মই আপোনাৰ আগৰজন দেই মনত ৰাখিব, মই অলপ ফুৰি আহোঁ।'

'যাওক যাওক চিন্তা নকৰিব।'

শাৰীৰ পৰা ওলাই কেৱল সেইটো শাৰীতেই নহয়, অন্য শাৰীবোৰতো মানুহবোৰৰ মুখবোৰ চোৱা আৰম্ভ কৰিলো। চিনাকি মানুহ কিছুসংখ্যক ওলাল

তেওঁলোকৰ খা-খবৰ ল'লো। এজনক সুধিলো—'বুঢ়া বয়সতো আপুনি এইটো বৰ ধুনীয়া ছাৰ্ট পিন্ধিছে দেই। কিমান দাম ল'লে?'

মানুহজনে ক'লে — কিমান দাম ল'লে মই ক'ব নোৱাৰিম দেই। কাৰণ ছাৰ্টটো কিনোতে দোকানত কোনো মানুহ নাছিল। দোকানীও নাছিল।'

মানুহজনৰ কথা শুনি মইতো হাঁহিলোঁৱেই, ওচৰত থকা মানুহবোৰেও হাঁহিলে। এসময়ত মোৰ নিজৰ শাৰীত নিৰ্দিষ্ট স্থানত থিয় হ'লোহি। খন্তেক পিছতে আমাৰ কাউণ্টাৰৰ সন্মুখত এগৰাকী মহিলাৰ লগত পুৰুষ এজনে তৰ্কাতৰ্কি কৰা কাণত পৰিল। মই শাৰীৰ পৰা ওলাই কিনো হৈছে চাবলৈ কাউণ্টাৰৰ ওচৰ পালোগৈ। গৈ দেখিলো মহিলাগৰাকী শাৰীত থিয় নহৈ, পিছত আহিয়েই ঘপহ কৰে কাউণ্টাৰত হাতখন সুমুৱাই দিয়াত পুৰুষজনে আপত্তি কৰিছে।

মহিলাগৰাকীয়ে কৈছে— 'ইয়াত ছিনিয়ৰ চিটিজেন আৰু লেডিজ বুলিহে লিখা আছে, শাৰীত থিয় হ'ব লাগে বুলি লিখা নাই নহয়।'

পুৰুষজনে কৈছে —'সেইটো আপুনি নিজেই জানিব লাগে। দেখা নাই বাকী মহিলাসকলে পুৰুষৰ মাজে মাজেই একোটা শাৰীতেই কেনেকৈ শাৰী পাতি আছে? তেওঁলোক যদি শাৰীত থিয় হৈ থাকিব পাৰে, আপুনি কিয় নোৱাৰিব?'

'তেওঁলোকে কিয় শাৰীত থিয় হৈ আছে, তেওঁলোকেহে ক'ব পাৰিব, মই মোৰ কথাহে ক'ব পাৰিম।'—মহিলাগৰাকীয়ে ক'লে। এইদৰে তেওঁলোক দুইজনৰ মাজত তৰ্কাতৰ্কি বাঢ়ি গৈ আছে।

এনেতে মই লাহেকৈ মাত লগালো—বাইদেউ এখেতে যি কৈছে ঠিকেই কৈছে, আপুনি.....' মই কথাষাৰ সম্পূৰ্ণ কৰিব নাপালোৱেই, মানুহগৰাকীয়ে মোলৈ খঙেৰে চাই ক'লে—'আপুনি এখেতৰ হৈ ওকালতি কৰিবলৈ আহিছে?' কথাষাৰ শুনি ভাবিলো এনেকুৱা মানুহৰ লগত কথা নপতাই ভাল।

ইয়াৰ কেইদিনমান পিছতেই টেলিফোন অফিচত টেলিফোনৰ বিল দিবলৈ গৈছিলো। অৱশেষত পেমেণ্ট কৰা কাউণ্টাৰত থিয় হ'লোগৈ। এইটো কাউণ্টাৰত আকৌ বেলেগ এটা নিয়ম কৰিছে। পুৰুষৰ এটা শাৰী, মহিলাৰো এটা শাৰী। কিন্তু দুয়োটা শাৰীৰ মানুহে একেটা কাউণ্টাৰতে টকা দিব লাগে। নিয়মটো হ'ল চাৰিজন পুৰুষৰ টকা লোৱা হোৱাৰ পিছত এগৰাকী মহিলাৰ পৰা টকা লোৱা হ'ব।

এই নিয়মেৰে টকা লৈ থাকোতে প্ৰায় এঘণ্টামানৰ পিছত মই গৈ

কাউণ্টাৰৰ মুখ পালোগৈ। মোৰ আগৰজনৰ টকা লোৱা হ'লেই মই দিব পাৰিম। কিন্তু মোৰ আগৰজনে হাত ভৰাব নৌপাওঁতেই এগৰাকী মহিলাই কাষেদি হাত ভৰাই দিলেই। অথচ সেই মহিলাগৰাকীৰ হাত ভৰোৱা পাল পৰাই নাই। মোৰ আগৰজনে গৰ্‌গৰাই উঠিল—

'হেৰি, আপুনি এয়া কি কাম কৰিছে, মই দিয়াৰ পাছত আৰু তিনিজনে দিলেহে আপোনাৰ পাল পৰিব। বাকী তিনিজনৰ কথা বাদেই ময়েই দিব পৰা নাই। এনেস্থলত আপুনি ঘপহকৰে কিয় হাত ভৰাই দিলে? এইদৰে নিয়ম ভংগ কৰি আপুনি বেয়া কাম কৰিছে নহয়।'

মানুহগৰাকীয়ে উত্তৰ দিলে—'বাদ দিয়ক নিয়ম-চিয়ম। মই নিয়ম-চিয়ম নামানো।'

এনেতে মই মাত দিলো—'বাইদেউ মোক চিনি পাইছেনে?'

মানুহজনীয়ে মোলৈ ঘোপাকৈ চাই ক'লে—'নাই পোৱা।' 'কেলেই, কেইদিনমান আগতে ষ্টেট বেংকত এনেকুৱা এটা অৱস্থাতেই আপুনি যে এজন মানুহক কৈছিল আপুনি এখেতৰ হৈ কিয় ওকালতি কৰিবলৈ আহিছে, সেইজন মানুহ ময়েই নহয় জানো? অনুগ্ৰহ কৰি আজি হাতখন উলিয়াই আনক। নহ'লে আজিও মই এখেতৰ হৈ ওকালতি কৰিম। কাৰণ আজি এখেতৰ পিছতেই মোৰ পাল।'

মানুহগৰাকীয়ে কেইটামান মুহূৰ্ত মোৰ ফালে চাই লাহেকৈ হাতখন উলিয়াই আনিলে।

যথা সময়ত বিলৰ টকা দি এটা সময়ত ঘৰ পালোহি। সন্ধিয়া বিছনাখনতে পৰি থাকোঁতে ডাঙৰ ছোৱালীজনীয়ে ক'লে—'বাবা, চন্দ্ৰমোহন শইকীয়া আহিছে।' মই বিছনাৰ পৰা উঠি আইনাখন চাই চুলিখিনি ঠিক কৰি ড্ৰয়িং ৰুমলৈ আহিলো। ছোৱালীজনীয়ে ক'লে 'এখেতেই শইকীয়া চাহাব।' তেওঁ মোক নমস্কাৰ জনালে ময়ো জনালো। শইকীয়া চাহাবে তেওঁৰ লগত অহা মহিলাগৰাকীকো চিনাকি কৰাই দিলে। এওঁ মোৰ পৰিবাৰ ধৰিব নিশ্চয় পাৰিছেই। এৰো আপোনাক চাবলৈ আহিল। সদায় কৈ থাকে আপোনাৰ কথা, সেয়ে এওঁকো লৈ আহিলো।

আমাৰ নমস্কাৰ বিনিময়ৰ পিছত মানুহগৰাকীয়ে ক'লে— 'আপোনাকতো মই চিনি পাওঁৱেই দেখোন।' ময়ো ক'লো 'অ' আপোনাকতো ময়ো চিনি পাও।'

শইকীয়াই ক'লে— 'তুমি যদি এখেতক চিনি পোৱাই, তেনেহ'লে মোৰ

আগত চিনি নেপোৱা বুলি কিয় কৈ থাকা? কেতিয়া ক'ত এখেতৰ লগত চিনাকি হৈছিলা?' 'সেইবোৰ কথা এতিয়া নকওঁ।' সেইবুলি কৈ মানুহগৰাকী গহীন হৈ থাকিল। এই কথা ময়ো নক'লো— এখেতক মই এদিন ষ্টেট বেংকত লগ পাইছিলো আৰু আজি ফোনৰ বিল দিবৰ সময়ত টেলিফোন অফিচতো লগ পাইছিলো।



# মোক এক খুন্দা মাৰিলে

মই চিটী বাছখনত উঠাৰ লগে লগেই মানুহগৰাকীয়ে নিজে বহি থকা ছীটটোৰ পৰা উঠি দি মোক ক'লে—'বহক ইয়াতেই বহক।' হিচাপ মতে মানুহগৰাকীৰ কথাত মই বৰ আনন্দিত হ'ব লাগিছিল। কিন্তু নহ'লো। বৰঞ্চ মই বৰ অস্বস্তিহে অনুভৱ কৰিলো।

যোৱা ৩১ ডিচেম্বৰৰ কথা। মই গণেশগুৰিৰ বজাৰলৈ গৈছিলো। পিছদিনা ১ তাৰিখে নতুন বছৰৰ দিনাই আমাৰ ঈদ। গতিকে দুই এটা সৰু-সুৰা বস্তু কিনিবলৈ গৈছিলো। ঈদ বুলি ক'লে ল'ৰালি কালৰ যি আনন্দ-উৎসাহ আছিল, বয়স বঢ়াৰ লগে লগে সেইবোৰ ক্ৰমান্বয়ে হ্ৰাস পাই আহিবলৈ ধৰিলে। এতিয়া আমাৰ বাবে ঈদ হৈছে নিতান্তই এক গতানুগতিকভাবে কৰিবলগীয়া কিছুমান কাম। পুৱাবেলাত ধৰ্মীয় বিশ্বাস আৰু পৰম্পৰাৰে যিখিনি কাম নকৰিলে নহয়, সেইখিনি কৰি দিনটো শুই-বহি কটোৱাটোৱেই হৈছে এতিয়া আমাৰ বাবে ঈদ।

সেইদিনা বজাৰ কৰিবলৈ ওলাওঁতে ডাঙৰ ছোৱালীজনীয়ে ক'লে—'দুটা লেপৰ কভাৰ আনিবা। আগৰ দুটা অলপ ফাটিছে।'

ডাঙৰ নাতিনীজনীক সুধিলো—'লেপৰ কভাৰনো ক'ত পায়?'

তাই ক'লে—'যিকোনো কাপোৰৰ দোকানতে পাবা'। কেতিয়াবা ৰাস্তাৰ কাষত বহি থকা মানুহবিলাকৰ ওচৰতো পোৱা যায়।'

বজাৰলৈ যাম বুলি শুনি সৰু নাতিনীজনীয়েও লিষ্ট এখন বনাই দিলে। নাতিনী দুজনীৰ বয়স বেছি হোৱা নাই যদিও ওখ-পাখই মোৰ সমানেই হ'ল। আজিকালি বিয়া-বাৰু বা আন ক'ৰবালৈ গ'লে সিহঁত দুজনীক মই লগত লৈ যাওঁ। মানুহক কওঁ—'মই কিমান বুঢ়া হৈছো, সেইটো দেখুৱাবলৈহে ইহঁত দুজনীক আজিকালি মই লগত লৈ ফুৰোঁ।'

সৰু নাতিনীজনীয়ে দিয়া লিষ্টখন পকেটত ভৰাই গণেশগুৰি বজাৰলৈ

বুলি ওলাই গ'লো। অলপ দূৰ যোৱাৰ পিছতহে মনত পৰিল— এই যে লেপৰ কভাৰ দুটা কিনাৰ কথা কৈছিল—ছাইজ কিমান, সেইটোতো নক'লে। ঘৰলৈ ঘূৰি আহি নাতিনী দুজনীক কোৱাত সিহঁত দুজনীয়ে লেপ দুখন জোখাত লাগিল। কিন্তু ইজনীৰ জোখৰ লগত সিজনীৰ জোখ নিমিলা হ'ল।

মই ক'লো—'ৰ'বা ৰ'বা, মই নিজেই জুখি লওঁ।' জুখিলো। মোৰ জোখটোকে শুদ্ধ বুলি ভাবি, কাগজ এডোখৰত লিখি পকেটত ভৰাই গণেশগুৰিলৈ যাবলৈ চিটী বাছ আস্থান অভিমুখে ৰাওনা হ'লো।

চিটী বাছৰ প্ৰতি মোৰ বহুতো বিশেষ আকৰ্ষণ আছে। শেহতীয়া আকৰ্ষণটো হ'ল—'চিটী বাছৰ পিছৰ ছীটটোত চুলি দীঘল, কাণত কাণফুল, হাতত খাৰু আৰু পেণ্টটো নাইৰ তলত তললৈ খহি যাব, খহি যাব লগাকৈ পিন্ধা এজাক ল'ৰাই কেতিয়াবা হাঁহি-খিকিন্দালি কৰি, মাজে মাজে দুই-চাৰিটা অবাইচ মাত যে মাতে, সেইবোৰ শুনি মোৰ বৰ ভাল লাগে। তদুপৰি আজিকালি চিটী বাছত উঠিয়েই বহুতেই ম'বাইল ফোনত যে বিভিন্ন ধৰণৰ কথা পতা আৰম্ভ কৰি দিয়ে, সেইবোৰ শুনিও মোৰ বেছ ভাল লাগে।

অলপতে এজনে ফোন কৰিছে—'হেৰা, এটা নতুন ডিজাইনৰ ঘড়ী কিনিলোহে! তুমি ভাল পাবা বুলিয়েই কিনিলো। মাইনাক দিয়াচোন। মাইনা, মাক দিগদাৰী কৰিছা নেকি?' চিটী বাছত ম'বাইল ফোনত এইবোৰ কথা নাপাতিলেও হয়। কিন্তু পাতে। নহ'লে মানুহে কেনেকৈ জানিব তেওঁৰো যে ম'বাইল ফোন আছে। চিটী বাছত কেতিয়াবা একে সময়তে কেইবাজনেও কথা পাতে। একেলগে বহুতবোৰ কথা শুনিবলৈ পোৱা যায়। ভাল লাগে।

যথা সময়ত গণেশগুৰি পালোগৈ। ভাবিলো—লেপৰ কভাৰ দুটাকে প্ৰথমতে কিনি লওঁ। গতিকে কাপোৰৰ দোকানৰ গলিত সোমাই পৰিলো। কোনোবা এখনত কাপোৰ পছন্দ হয়, ছাইজ নিমিলে; কোনোবা এখনত কাপোৰ পছন্দ নহয়, কিন্তু ছাইজ মিলে; কোনোবা এখনত আকৌ কাপোৰ আৰু ছাইজ দুয়োটাই মিলে, কিন্তু দামটো অলপ বেছি যেন লাগে। এখন দোকানত কাপোৰ, ছাইজ পছন্দ হোৱাৰ লগতে দামটোও কিছু গ্ৰহণযোগ্য যেন লাগিল। তথাপি সেইখন দোকানত কিনিবলৈ মন নগ'ল। কিজানি আন দোকানত তাতোকৈ কম দামত পাওঁ। সেইখন দোকান এৰি আন এখনত সোমালো। তাতো কিবা নহয়, কিবা এটা নিমিলে। সেইখন দোকানৰ পৰাও ওলাই যাব খোজোতে দোকানীজনে ক'লে—

'ৰ'ব, আপুনি ক'লৈ যায়? আমাৰ আৰু বহুত ষ্টক আছে। আমাৰ নিচিনাকৈ ষ্টক থকা দোকান গণেশগুৰিত আৰু নাপাব। বহক, বহক।' এইবুলি দোকানত কাম কৰা ল'ৰা এজনক ক'লে—'যা, লৈ আহ।' ল'ৰাজন ওলাই গ'ল।

ময়ো ভাবিলো— চাওচোন আৰুনো কি নতুন ষ্টক আনে। বহিলো। খন্তেক পিছতেই ল'ৰাজনে কেইটামান লেপৰ কভাৰ আনি গাদীত পেলাই দিলেহি। মই তা'ৰে দুখন পছন্দ কৰিলো। দাম সোধাত আগতে এৰি যোৱা দোকানকেইখনতকৈ বেছি দাম ক'লে।

মই ক'লো—'নাই, দাম বেছি হৈছে। ইমান দাম দিব নোৱাৰি।' এইবুলি মই আকৌ আন দোকানলৈ যাবলৈ উঠিলো।

এনেতে দোকানীজনে ক'লে—'ৰ'ব ৰ'ব আমাৰ দোকানৰ পৰা নিকিনাকৈ আপোনাক আন দোকানলৈ যাব নিদিওঁ নহয়।' এইবুলি তেওঁ এটা দাম উল্লেখ কৰি ক'লে—'দাদা, ইয়াতকৈ কম দামত আপুনি আৰু ক'তো নাপাব লৈ যাওক।'

ময়ো ভাবিলো—হয় আৰুনো কিমান বিচাৰি ফুৰিম। সেই দামতে মান্তি হৈ লৈ ল'লো। কভাৰ দুটা কেৰি বেগ এটাত ভৰাই দিলে। বেগটো হাতত লৈ বাহিৰলৈ ওলাব খোজোতেই মোৰ পিছত ৰৈ থকা মানুহ এজনক দেখি উচপ্ খাই উঠিলো। মানুহজনে মোক দেখি হাঁহো হাঁহো কৰিছে। মানুহজনে মুখত হাঁহিটো লৈয়েই ক'লে—

'দাদা, এইখন দোকান মোৰেই। আপুনি মোৰ আগৰ দোকানখনত নিকিনি এইখন দোকানত কিনিবলৈ আহিল। আপোনাক পিছত আনি দেখুওৱা কভাৰবিলাক মোৰ সেইখন দোকানৰ পৰাই অনা। মোৰ সেইখন দোকানত আপুনি পছন্দ কৰা কভাৰ দুটাকে ইয়াতো পছন্দ কৰিলে আৰু দামো একেটাকে দিলে। ঠিক আছে, একো নাই। দুয়োখন আমাৰেই দোকান। আকৌ আহিব কেতিয়াবা।' মই 'আকৌ আহিম' বুলি কৈ ওলাই আহিলো যদিও বৰ লাজ পালো।

ইয়াৰ পিছত সৰু নাতিনীজনীয়ে লিখি দিয়া লিষ্টখনৰ মতে ইটো-সিটো সৰু-সুৰা বস্তু কিনি ঘৰলৈ বুলি চিটী বাছ আহ্বান পালো। নিৰ্দিষ্ট লাইনৰ চিটী বাছ এখন আহি পোৱাৰ লগে লগে বাছখনত সোমাই পৰিলো। বাছখনত অইন দিনাৰ দৰে যাত্ৰীৰ সিমান ভিৰ নাই। থিয় হৈ যোৱা মানুহ পাঁচ-ছজনমানহে হ'ব। পুৰুষসকলে যিফালে বহে, সেইফালে এগৰাকী মহিলা আৰু এজনী ছোৱালী বহি আছে। মই চিটী বাছখনত উঠাৰ লগে লগেই মহিলাগৰাকীয়ে নিজে বহি থকা ছীটটোৰ পৰা উঠি দি মোক ক'লে—

'বহক ইয়াতে বহক।'

মই ক'লো—'নহয় আপুনি বহক মই থিয় হৈ যাম।' মানুহগৰাকী মান্তি নহয়। আনহাতে, আগৰে পৰা বহি থকা মানুহগৰাকী থিয় হৈ যাব আৰু মই পিছত আহি তেওঁৰ ছীটত বহি যাম—'নাই, এইটো হ'ব নোৱাৰে। মই কোনো ৰকমেই তেওঁৰ ছীটত বহিব নোখোজাত মানুহগৰাকীয়ে তেওঁৰ কাষত, খিৰিকীৰ ফালে বহি থকা ছোৱালীজনীক ক'লে—

'উঠ উঠ তয়েই উঠ।' লগে লগে ছোৱালীজনী উঠি আহিল। মানুহগৰাকীয়ে এইবাৰ হাঁহি মাৰি ক'লে—'এইবাৰ বহিবতো।'

ময়ো ক'লো—'ঠিক আছে, বহোঁ বাৰু।' এইবুলি মই ছোৱালীজনী বহি থকা খিৰিকীৰ কাষৰ ছীটটোত বহিলো। লগে লগে মানুহগৰাকীয়েও মোৰ কাষতে, মানে তেওঁ আগতে বহি থকা ছীটটোত বহি ল'লে।

ইয়াৰ পিছত মোৰ আচল চিন্তা আৰম্ভ হ'ল। চিটী বাছত সাধাৰণতে মানুহে আনক ছীট এৰি নিদিয়ে। চিনাকি মানুহ দেখিলে ছীট এৰি দিব লাগিব বুলি ভাবি নেদেখাৰ ভাও ধৰি আন এফালে চাই থাকে। কেতিয়াবা ময়ো এনেকুৱা কৰোঁ। অৱশ্যে খুব বেছি চিনাকি, বয়সত মোতকৈ বহু ডাঙৰ আৰু যথেষ্ট ঘনিষ্ঠতা থকা মানুহ দেখিলে ছীটটো এৰি দিও।

সেইদিনা ভাবিলো—এই মানুহগৰাকীয়ে যে মোক এইদৰে ছীটটো এৰি দি ইমান জোৰকৈ বহিবলৈ ক'লে, এনেয়ে নহয়, তেওঁ নিশ্চয় মোক ভালকৈয়ে চিনি পায়। কিন্তু ডাঙৰ কথা হ'ল, মই তেওঁক মুঠেই চিনি পোৱা নাই। মই আজিকালি বহুত কথাই পাহৰা হৈছো, কিন্তু সেইবুলি এনে এগৰাকী পূৰ্বৰ চিনাকি মানুহক এইদৰে একেবাৰেই চিনি নোপোৱা হোৱাটো বৰ বেয়া কথা হৈছে। মই চিনি পোৱা নাই বুলি ক'লে মানুহগৰাকীয়ে মনত নিশ্চয় বৰ দুখ পাব। ছেঃ কি কৰোঁ এতিয়া। মানুহগৰাকী মোৰ কাষতে বহি আছে। কথা নাপাতিলেও নহয়। চিনাকি মানুহ এগৰাকীৰ লগত একেবাৰে অচিনাকি মানুহৰ দৰে কথা পাতিবলৈ ভাল লগা নাই। যি কি নহওক, পূৰ্বৰ চিনাকিৰ প্ৰসংগ টানি আনি মাজে-মধ্যেই কথা পতা আৰম্ভ কৰিলো—'এই যে ছোৱালীজনী উঠাই দি মোক বহিবলৈ দিলে, সেইজনী আপোনাৰে ছোৱালী নহয় জানো?'

'হয় হয়, তাই মোৰেই ছোৱালী।'

তাই বৰ ডাঙৰ হ'ল'—মই ক'লো।

'অ', আজিকালিৰ ছোৱালীবোৰ সোনকালেই ডাঙৰ হয়।'—মানুহগৰাকীয়ে ক'লে।

'তাই এতিয়া কোন ক্লাছ পালে?'

'ক্লাছ নাইন, মহৰ্ষি বিদ্যালয়ত পঢ়ে।'

'অ' এইখন বৰ ভাল স্কুল।'— মই মন্তব্য দিলো। আমি অহা বাছখন পাঞ্জাবাৰীলৈ আহিছে। মানুহগৰাকী পাঞ্জাবাৰীলৈকে ক'ৰবাৰ পৰা আহিছে নেকি বাৰু? নে মানুহগৰাকী পাঞ্জাবাৰীৰে; ক'ৰবালৈ গৈছিল, এতিয়া পাঞ্জাবাৰীলৈ ঘূৰি আহিছে। এই প্ৰশ্নবোৰে মোৰ মনত জুমুৰি দি ধৰিলে। কথাটো কেনেকৈ ঠাৰৰ কৰা যায়? এবাৰত ক'লো— 'আজি কলাক্ষেত্ৰত বৰ ভিৰ। বছৰৰ শেষ দিন। তাতে দেওবাৰো হ'ল।' মানুহগৰাকীয়ে উত্তৰ দিলে—'অ' আমিও আজি সেই কাৰণে আহিলো। ছোৱালীজনীয়ে কলাক্ষেত্ৰ দেখা নাছিল। সেই কাৰণেই লৈ আহিলো। ময়ো তেনেকৈ সময় নাপাও।' বুজিলোঁ মানুহগৰাকী পাঞ্জাবাৰীৰ নহয়। তেওঁ হয়তো ক'ৰবাত চাকৰি বাকৰিও কৰে। 'আপুনি এতিয়া আগৰ ঠাইতে কাম কৰি আছেনে?'—মই সুধিলো।

অ', আগৰ ঠাইতেই। আমাৰ কাম মানে দোকান দিয়া কামহে। আমাৰ বাৰীখন এবিঘা মাটিৰ। সেয়েহে ৰাস্তাৰ কাষত থকা মাটিখিনিতে কেইটামান দোকান ঘৰ বনাই দিলো। তাৰে এটা ঘৰতে মই এখন দোকান দিওঁ? ষ্টেচনাৰীৰ দোকান। নিজৰেই ঘৰ যেতিয়া ভাৰা-চাৰা দিব নালাগে।' ইমানখিনি কোৱাৰ পিছতো মই মানুহগৰাকীক ক'ত লগ পাইছিলোঁ সেই কথা মনলৈ অহা নাই। মই পুনৰ সুধিলো—'আপোনাৰ তেখেতৰ ভালনে?'

নাই নাই, তেওঁ আজি কিছুদিনৰ পৰা বৰকৈ ওলাব নোৱাৰা হ'ল। পানীখাইতিৰ ফালে থকা আমাৰ ইটা ভাটাকেইটা চাবলৈ যাওঁতে এদিন গাড়ীৰ পৰা পৰি ভৰি এটা ভগাৰ নিচিনাই হ'ল। তেতিয়াৰ পৰা তেওঁ ঘৰতেই থাকে। ইটাৰ ভাটাকেইটা লীজত দিলোঁ।' মই মানুহগৰাকীৰ পৰিচয়টো উদ্ধাৰ কৰাৰ অৰ্থে যদিও তেওঁক ইমানবোৰ প্ৰশ্ন সুধিলো আৰু মই কৰা প্ৰশ্নবোৰৰ উত্তৰ হিচাপে মানুহগৰাকীয়েও নিজৰ বিষয়ে ইমানবোৰ কথা ক'লে, তথাপি মানুহগৰাকীয়ে মোৰ বিষয়ে একো এটা কথাই জানিবলৈ ইচ্ছা নকৰিলে। ভাবিলো মানুহগৰাকীয়ে যিহেতু মোক আগৰ পৰাই ভালকৈ চিনি পায়েই, গতিকে নতুন কথা জানিবলৈ কোনো প্ৰয়োজন অনুভৱ কৰা নাই। কলাক্ষেত্ৰ পাবৰ হ'ল। মানুহগৰাকীয়ে ক'লে—'আপোনাৰ লগত কথা পাতি বৰ ভাল লাগিল। নতুন বছৰৰ শুভেচ্ছা জনালো।' ময়ো ক'লো—'আপোনালৈও শুভেচ্ছা থাকিল। লগতে আপোনাৰ ঘৰৰ সকলোটিলৈকে।' মানুহগৰাকীয়ে ধন্যবাদ জনালে।

মানুহগৰাকী নামিবলৈ থিয় হওঁতেই মই সুধিলো—'আপুনি বাৰু মোক প্ৰথমতে ক'ত, কেতিয়া লগ পাইছিল?' মানুহগৰাকীয়ে টপৰাই উত্তৰ দিলে—'নাই, মই আপোনাক কোনোদিনেই ক'তো লগ পোৱা নাই।' 'তেনেহ'লে আজি মোক পুৰণা চিনাকি মানুহৰ দৰেই নিজৰ ছীটটো এৰি দি মোৰ প্ৰতি কিয় ইমান সন্মান আৰু আন্তৰিকতা প্ৰদৰ্শন কৰিলে?' মানুহগৰাকীয়ে এইবাৰো একে উশাহতে উত্তৰটো দিলে—'মোৰ লগত চিনাকি অচিনাকিৰ কথা নাই। বয়সস্থ মানুহ দেখিলেই এইদৰে চিটী বাছত ছীট এৰি দিয়াটো মোৰ এক সংস্কৃতি। এই কথা মোৰ এই ছোৱালীজনীকো শিকাইছো।' এইবুলি কৈ মানুহগৰাকী খৰধৰকৈ বাছৰ পৰা নামি গ'ল। কিন্তু মানুহগৰাকীৰ কথাকেইষাৰে মোৰ অন্তৰত এক পছন্দ খুন্দা মাৰিলে।



# এক কেজি আমৰ সোৱাদ

মই গৈ পাওঁতে মই লগ কৰিবলৈ যোৱা ডাক্তৰগৰাকীক লগ কৰিবলৈ আন কোনো মানুহ অহা নাই। মই সেই ডাক্তৰগৰাকীৰ চেম্বাৰৰ সন্মুখত থকা চকী এখনতে বহিলোগৈ। নাৰ্ছিং হোমখনৰ দীঘলীয়া কৰিড'ৰটোত প্ৰত্যেকগৰাকী ডাক্তৰৰ চেম্বাৰৰ সন্মুখত এলানি চকী। চকীবোৰৰ ডিজাইনবোৰ নতুন দেখি ভাল লাগে। কৰিড'ৰেদি মোৰ সন্মুখেৰে বিভিন্নজনৰ অহা-যোৱা চলি আছে। পোছাক-পৰিচ্ছদৰ পৰা ধৰিব পাৰি, এইদৰে অহা-যোৱা কৰি থকা মানুহবোৰৰ ভিতৰত জনচেৰেক ডাক্তৰো আছে, নাৰ্ছো আছে, ৱাৰ্ড বয় জাতীয় মানুহো আছে। ৰোগী আৰু ৰোগীৰ লগত যোৱা সহায়কাৰীসকলতো আছেই।

কিছুদিনৰ আগতে মই মোৰ চকু এটাৰ কেটেৰেক্ট অপাৰেশ্যন কৰোৱা সম্পৰ্কেও মোৰ চকুৰ ডাক্তৰগৰাকীৰ ওচৰলৈ গৈছিলো। মোৰ আন এঠাইত আৰু এটা কাম থকা বাবে ডাক্তৰক যাতে প্ৰথমতেই দেখুৱাই আজৰি হৈ ল'ব পাৰো, সেই উদ্দেশ্যেই মই ডাক্তৰে ৰোগী চোৱাৰ নিৰ্ধাৰিত সময়ৰ আগতেই গৈছিলো।

সেই ডাক্তৰগৰাকীৰ অপেক্ষাত সকলোৱে কিছু সময় বহি থকাৰ পিছত এগৰাকী ভদ্ৰ মহিলাও কৰিড'ৰত মোৰ সন্মুখতে থকা চকীবোৰৰ এখনত আহি বহিলহি। তেখেতৰ লগত এজনী ছোৱালীও আহিছে। মহিলাগৰাকীৰ বয়সনো কিমান হ'ব পাৰে, সেই কথা সতকাই কোৱা টান, অনুমান পঞ্চাছৰ ওচৰা-উচৰি হ'ব। চুলি কিছু পকিছে। মুখত বয়সৰ কিছু চাপ পৰিছে।

লগত যোৱা ছোৱালীজনীৰো বয়স অনুমান কৰা টান। হয়তো বাৰ-তেৰ বছৰ হ'ব। তাই মহিলাগৰাকীৰ কি হয়, সেই কথা অনুমান কৰিব নোৱাৰিলো। কিন্তু মহিলাগৰাকীৰ নাক-মুখৰ লগত ছোৱালীজনীৰ নাক-মুখৰ মিল আছে। গতিকে তাই মহিলাগৰাকীৰ কন্যাও হ'ব পাৰে। কিন্তু নাক-মুখৰ মিল থাকিল

বুলিয়েই যে তাই মহিলাগৰাকীৰ কন্যা হ'ব, সেই কথাও কোৱা টান। কেইমাহমানৰ আগতে মই মোৰ নাতিনী এজনীৰ চশমাৰ ফ্ৰেমটো সলনি কৰা সংক্ৰান্তত চশমাৰ দোকান এখনলৈ গৈছিলো। সেই দোকানখনৰ দুজন কৰ্মী দেখিবলৈ একেবাৰেই একে। তাৰে এজনক মই সুধিলো—'আপোনালোক দুজন নিশ্চয় ভাই-ককাই হ'ব। কিন্তু আপোনালোকৰ কোনজন ডাঙৰ, কোনজন সৰু একো ধৰিবই নোৱাৰি। দুয়োজন সমানেই ওখ। আচলতে ডাঙৰ কোন? আপুনি নে তেখেত? ল'ৰাজনে ক'লে—'মই হৈছো বিহাৰী মানুহ আৰু ই হৈছে অসমীয়া।' এই বুলি কৈ ল'ৰাজনে মুখত হাঁহি এটা লৈ মোৰ মুখলৈ চাই ৰ'ল। ল'ৰাজনৰ উত্তৰটোৱে মোক বৰ আমোদ দিলে আৰু মোৰ মুখতো হাঁহি বিৰিঙালে।

মহিলাগৰাকীৰ কাষতে ছোৱালীজনীও বহিল। অনুমান কৰিলো মহিলাগৰাকী 'পেচেন্ট'। লগত অহা ছোৱালীজনী তেখেতৰ সাৰথিহে। ভাবিলো— 'পেচেন্ট' যিয়ে নহওক লাগে, তেওঁলোক মোৰ পিছতহে আহিছে। গতিকে মই এক নম্বৰতেই ডাক্টৰৰ চেম্বাৰত সোমাবলৈ পাম।

মহিলাগৰাকীয়ে বহিয়েই মোৰ চকুলৈ এবাৰ চালে। তাৰ পিছত তলমূৰ কৰিলে। ময়ো মহিলাগৰাকীৰ চকুলৈ চালো আৰু তলমূৰ কৰিলো। এইদৰে চকুলৈ চোৱা আৰু তলমূৰ কৰা, এই কামটো আমাৰ মাজত কিছুসময়লৈ চলিয়েই থাকিল। এইদৰে চকুলৈ চোৱা-চুই কৰি থাকোঁতেই মহিলাগৰাকীয়ে বহি থকা ঠাইৰ পৰাই মোলৈ চাই সুধিলে—'আপুনি এইজন চকুৰ ডাক্তৰৰ ওচৰলৈ আগতেও আহিছে নহয়?' ক'লো—'হয় আহিছো?' 'ডাক্তৰৰ ফীজ কিমান?' মহিলাগৰাকীৰ এই প্ৰশ্নৰ উত্তৰনো মই কি দিম, সেই কথা ভাবি মই বিমোৰত পৰিলো। তথাপি ক'লো—'ডাক্তৰৰ আচলতে ফীজ কিমান, সেই কথা মই ক'ব নোৱাৰিম।' মানুহগৰাকীয়ে আৰু একো নুসুধিলে। আচলতে ডাক্তৰগৰাকীৰ নিৰ্ধাৰিত ফীজ কিমান, সেই কথা মই জানো। কিন্তু তেখেতে কেতিয়াবা মোৰ পৰা নিৰ্ধাৰিত হাৰত ফীজ লয় যদিও কেতিয়াবা নলয়? কেতিয়াবা ল'লেও কমকৈ লয়। কেতিয়াবা কয়—'মই চেকআপত অহা মানুহৰ পৰা ফীজ নলও নহয়।'

এইগৰাকী ডাক্তৰৰ মুখত অনবৰতে হাঁহি এটা লাগিয়েই থাকে। এখেতক দেখিলেই ৰোগীৰ মন ভাল লাগি যায়। অতি বিনয়ী এইগৰাকী ডাক্তৰৰ আচাৰ-ব্যৱহাৰ, কথা-বতৰা, শিষ্টাচাৰ, ভদ্ৰতা আদিয়ে ৰোগীৰ বা আন লোকৰো মন একেবাৰে মুহি পেলায়। এগৰাকী সুদক্ষ চকু চিকিৎসক হিচাপেও তেখেতৰ

চাৰিওফালে খ্যাতি আছে। তেখেত হৈছে ডাঃ নৱজ্যোতি দত্ত। নামটোও বৰ অৰ্থবোধক—নৱজ্যোতি।

চকুৰ ডাক্তৰ বুলি কওঁতে মোৰ আন কথা এটা মনলৈ আহিছে।

এবাৰ এজন ল'ৰাৰ দেউতাকে মাকক কৈছে—'হেৰা ইয়াক চকুৰ ডাক্তৰেই কৰো দিয়া'।

'নাই নাই ইয়াক চকুৰ ডাক্তৰ নহয়, দাঁতৰ ডাক্তৰ কৰো।'

'কিয়, চকুৰ ডাক্তৰ কৰিলেনো কি বেয়া হ'ব?'

মাকে ক'লে—'তুমি কথাবোৰ বৰ চুটিকৈ চিন্তা কৰাহে। মানুহৰ চকু দুটাহে। গতিকে মানুহৰ চকুতনো কিমান বেমাৰ হ'ব। আনহাতে মানুহৰ দাঁত বত্ৰিশটা। গতিকে ইমানবোৰ দাঁতৰ ভিতৰত সদায় এটা নহয় এটা দাঁতৰ বেমাৰ হ'বই। গতিকে দাঁতৰ ডাক্তৰ হ'লে পইচা বেছি পোৱা যাব।'

এইটো এটা গাজাহে। হ'লেও কেতিয়াবা একোটা গাজাই বহুবোৰ কথাৰ বাৰ্তা বা সংকেত প্ৰেৰণ কৰে। এই গাজাটোতে দিয়া বাৰ্তা কিন্তু ডাঃ নৱজ্যোতি দত্তৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। তেখেতৰ ওচৰলৈ অহা 'পেচেন্ট'ৰ সংখ্যা অজস্ৰ বুলি ক'ব পাৰি। সেই হিচাপে তেখেতে কিন্তু ফীজ নলয় বুলি মানুহে কয়। য'ত ফীজ লোৱা উচিত নহয়, তাত তেখেতে ফীজ নলয়।

কেইবছৰমানৰ আগতে মই এজন ডাক্তৰৰ ওচৰলৈ গৈছিলো। ডাক্তৰে এখন 'এক্স-ৰে' কৰিবলৈ ক'লে। সেইজন ডাক্তৰৰ ফীজ কিমান মই নাজানো। মই অতি বিনয়েৰে সুধিলো—'আপোনাৰ ফীজ কিমান বাৰু?'

তেখেতে ক'লে—'এশ পঞ্চাশ টকা', দিলো।

ডাক্তৰে ক'লে—'আপুনি এক্স-ৰে কৰাই মোক দেখুৱাবহি।'

পিছদিনা 'এক্স-ৰে'খনৰ সৈতে ডাক্তৰৰ ওচৰলৈ গ'লো। ডাক্তৰে এক্স-ৰেখন চাই কিবাকিবি লিখি দি ক'লে—'আপুনি এই ঔষধখিনি খাই কেনেকুৱা পায় মোক এসপ্তাহৰ পিছত জনাবহি।'

সেইমতে এসপ্তাহৰ পিছত ডাক্তৰৰ ওচৰলৈ গ'লো। ডাক্তৰে মোৰ কথা শুনি আগৰ ঔষধখিনিকে 'কন্টিনিউ' বুলি লিখি দিলে। সেইদিনা মই পকেটত হাত ভৰাওঁতেই ডাক্তৰে ক'লে—

'মোৰ ফীজ ডেৰশ টকা।' মই ডেৰশ টকা দি ডাক্তৰৰ চেম্বাৰৰ পৰা ওলাই আহিলো। এইদৰে মই ন-দিনৰ ভিতৰত ডাক্তৰক চাৰে চাৰিশ টকা ফীজকে দিলো। শুনা মতে এনেবোৰ কামত ডাক্তৰৰ ওচৰলৈ বাৰে বাৰে যাবলগীয়া হ'লে

এমাহৰ ভিতৰত হেনো ডাক্তৰক প্ৰথমবাৰত যি ফীজ দিয়া হয়, তাৰ উপৰি আৰু ফীজ দিব নালাগে। এয়া হেনো কিবা মেডিকেল 'এথিক্স'ৰ কথা। সঁচা নে মিছা, নাজানো, শুনা কথা। যদি এই কথা মিছা, তেনেহ'লে ডাঃ দত্তই চেক্‌আপত যাওঁতে ফীজ নোলোৱা কথাক সমৰ্থন জনাব নোৱাৰি দেখোন।

ডাঃ দত্তৰ দৰে মই তিনিচুকীয়াত চাকৰি কৰি থাকোঁতে আৰু এগৰাকী চকুৰ ডাক্তৰক লগ পাইছিলো। তেখেতো ডাঃ নবজ্যোতি দত্তৰ দৰে এগৰাকী অতি ভদ্ৰ অমায়িক ডাক্তৰ। তেখেতেও য'ত ফীজ লোৱা উচিত নহয়, তাত ফীজ নলৈছিল। তেখেতৰ আচাৰ-ব্যৱহাৰেও ৰোগীক বৰ মুগ্ধ কৰিছিল। তেখেত হ'ল ডাঃ নৰেশ্বৰ দত্ত। মই তিনিচুকীয়া এৰাৰ প্ৰায় এবৈশ বছৰ হ'ল। কিন্তু তেখেতলৈ এতিয়াও মনত পৰে।

ডাক্তৰলৈ অপেক্ষা কৰি বহি থকোঁতে এজন বয়সস্থ লোকে হাতত লাখুটি এডাল লৈ লাহে লাহে এখুজি-দুখুজিকৈ কৰিডৰেদি আহি আহি মোৰ কাষৰ চকী এখনতে বহিলহি। লগত এজন ডেকা ল'ৰা। মানুহজনে বোধকৰো দুয়োটা চকুৰে নেদেখে। এই লোকজনক দেখি মোৰ স্কুলত পাৰ্চিয়ান কিতাপত পঢ়া সেই গল্পটোলৈ মনত পৰিল। দুয়োটা চকুৰে ভালকৈ নেদেখা এজন বৃদ্ধই এদিন আন্ধাৰ নিশা এটা জ্বলি থকা চাকি হাতত লৈ ৰাস্তাই দি এখুজি-দুখুজিকৈ গৈ আছিল। তেওঁৰ কাষেদি পাৰ হৈ যাব খোজা এজন লোকে বৃদ্ধজনক ইতিকিং কৰি ক'লে—

'ইহ্, বুঢ়াই চকুৰে নেদেখেই। অথচ চাকিটো জ্বলাই আহিছে। অন্ধ মানুহৰ চাকিৰ কিবা প্ৰয়োজন আছে জানো?' বৃদ্ধ লোকজনে উত্তৰ দিলে—'এই চাকিটোৰ প্ৰয়োজন মোৰ বাবে নহয় তোমাৰ নিচিনা দেখা মানুহবোৰৰ বাবেহে। মই এই চাকিটো ননা হ'লে তুমিয়েই মোক খুন্দা মাৰি পেলাই থৈ নগ'লাহেঁতেন জানো?'

ডাক্তৰ অহালৈ বাট চাই চাই আমনি লগা হ'ল। মন কৰিলোঁ— মহিলাগৰাকীয়েও মাজে মাজে হামিয়াই আছে। এসময়ত ডাক্তৰৰ চেম্বাৰত থকা ল'ৰাজন আহি ওলালহি। মই তেওঁক সুধিলো—'কিহে, তোমাৰ ছাৰ আজি অহা বৰ দেৰি কৰিছে দেখোন।'

ল'ৰাজনে ক'লে—'ছাৰে অপাৰেশ্যন কৰি থকাৰ বাবে দেৰি হৈ গ'ল। আহিব এতিয়া।' এনেতে সেই ভদ্ৰ মহিলাগৰাকী উঠি আহি মোক ক'লেহি—

'আপুনি মোক অকণমান সহায় এটা কৰিবনে বাৰু?' মানুহগৰাকীৰ কথাত মই চিন্তাত পৰিলো। কিবা সহায়! বোধকৰো মানুহগৰাকীয়ে ডাক্তৰক ফীজ দিবলৈ টকা আনিবলৈ পাহৰিলে। সেই কাৰণেই মোক সুধিছিল—ডাক্তৰৰ ফীজ কিমান।

মোৰ লগত টকা আছে। সেইবুলি মই অচিনাকি মানুহগৰাকীক কিয় টকা দিম?! এইবুলি ভাবি মানুহগৰাকীক ক'লোঁ—'কওকচোন বাৰু কি সহায় কৰিব লাগিব?

মানুহগৰাকীয়ে ক'লে—মই আজি প্ৰেছাৰৰ ঔষধটো খাবলৈ পাহৰিলো। সেই কাৰণেই বোধকৰোঁ মোৰ গাটো বৰ বেয়া লাগিছে। আপুনি যদি অনুগ্ৰহ কৰি মোক এক নম্বৰতেই ডাক্তৰক দেখুৱাবলৈ দিয়ে মোৰ প্ৰতি ডাঙৰ সহায় কৰা হ'ব।'

মই ক'লো—'হ'ব হ'ব সেইটোনো কি কথা। আপুনিয়েই প্ৰথমতে সোমাব বাৰু।' মোৰ কথা শুনি মানুহগৰাকীয়ে যেন এটা সকাহ পালে, এনে লাগিল।

অলপ পিছতেই ডাক্তৰৰ মুখত তেখেতৰ সেই চিৰকলীয়া হাঁহিটো লৈ চেম্বাৰত সোমালহি। মানুহগৰাকীক ময়েই সোমাব ক'লো। কিছু সময়ৰ পিছত মানুহগৰাকী ওলাই আহোতে আৰু মই সোমাবলৈ লওঁতে তেখেতে মোক ক'লে—'আপোনাক বহুত ধন্যবাদ দেই।'

কিছুদিনৰ পিছত মই গণেশগুৰিৰ ফুটপাথত থকা ফলমূলৰ দোকান এখনত কোনবিধ আম বেছি মিঠা, কোনবিধৰ কিমান দাম, এইবোৰ কথা সুধি আছোঁ এনেতে মোৰ কাষতে ইতিমধ্যে আম কিনা মানুহগৰাকীয়ে মোক ক'লে—

'আপুনি এইবিধ আম কিনক। ময়ো এইবিধ আমকে কিনিছো।' মানুহগৰাকীৰ কথা শুনি মই তেখেতৰ মুখলৈ চাই উচপ খোৱাদি খালো। এইগৰাকী দেখোন মই কিছুদিনৰ আগতে চকু দেখুৱাবলৈ যাওঁতে লগ পোৱা সেই ভদ্ৰ মহিলাগৰাকী।

সুধিলোঁ—'আপুনি ক'ৰপৰা ওলালহি?'

মানুহগৰাকীয়ে ক'লে—'মই ইতিমধ্যে বাঁও চকুটো অপাৰেশ্যন কৰোৱালো, আজি চেক্‌আপত আহিছিলো। এইজনী মোৰ সৰু নাতিনী। ছোৱালীৰ ফালৰ। তাইক আম কিনি দিব লাগে। সেই কাৰণে এক কেজি আম কিনি ল'লো'। মন কৰিলো— এইজনীয়েই সেইজনী ছোৱালী, যিজনীক মই সিদিনা মহিলাগৰাকীৰ লগত আহোতেও দেখিছিলো।

মহিলাগৰাকীয়ে দেখুৱাই দিয়া আমবিধৰ পৰাই এক কেজি আম দিবলৈ ক'লো। আম কেজি হাতত লৈ দামটো দিব খোজোতেই মহিলাগৰাকীয়ে ক'লে—'নাই নাই, আমৰ দাম আপুনি দিব নালাগে। মই দিম। মই নিজৰ বাবে লোৱা আমখিনিৰ লগতে আপোনাৰ আমখিনিৰো দাম ময়েই দিম।' মই একৰকম আচৰিতেই হ'লো।

সুধিলো—'মোৰ আমৰ দাম আপুনি কিয় দিব?'

'নাই, আপুনি মোক সেইদিনা প্ৰথমতে সোমাবলৈ নিদিয়া হ'লে মোৰ গাটো ইমান বেয়া লাগিছিল যে কিছু সময়ৰ পিছত মই ফিট হৈ হয়তো পৰিয়েই গ'লোহেঁতেন। গতিকে আপুনি এটা মোক ডাঙৰ সহায়েই কৰিলে।'

মই ক'লো—'নাই নাই সেইটোনো কি সহায়।'

'আপুনিয়েহে কৈছে সেইটো একো সহায় নহয়। বহুত মানুহে এনেবোৰ সহায়ো কৰিব নোখোজে নহয়।'

মানুহগৰাকীৰ কথাখিনিয়ে মোৰ অন্তৰৰ কোনোবাখিনিত বিন্ধা যেন লাগিল। মানুহগৰাকীয়ে মোৰ সেই অকণমান সহায়ৰ বিনিময়ত আম এক কেজিৰ দামটো দিবলৈ ওলোৱাত মই অলপ আবেগিক হৈ পৰিলো। নগণ্য সহায় এটাৰ বাবেও মানুহে ইমান কৃতজ্ঞতা দেখুৱাব পাৰেনে? মানুহগৰাকীয়ে আকৌ ক'লে—

'আপোনাৰ নাতিনী মোৰ নাতিনীৰ নিচিনাই নহয় জানো? সিহঁতৰ কাৰণেও যেনিবা মই আৰু এক কেজি আম কিনিলোঁ? কথাটো এনেকৈ ভাবিব নোৱাৰি জানো?'

মানুহগৰাকীৰ কথাৰ উত্তৰ দিবলৈ মই একো কথা বিচাৰি নাপালোঁ। মই মানুহগৰাকীক ধন্যবাদ জনাই আম কেজি লৈ ঘৰমুৱা হ'লো। বহুত বছৰেই হ'ল মই আম খোৱা নাই। ডাক্তৰে নিষেধ কৰি থৈছে। নাতিনী দুজনীয়ে আমকেইটা পাই বৰ আনন্দিত হৈ আম এটা লৰালৰি কৰি কাটি খোৱা আৰম্ভ কৰিলে।

মই সিহঁতক সুধিলোঁ— 'কেনেকুৱা লাগিছে আমটো খাই?'

সিহঁত দুজনীয়ে একেলগেই ক'লে—'বৰ সোৱাদ, কিমান দাম লৈছে?'

মই সিহঁতৰ প্ৰশ্নৰ উত্তৰ নিদিলো। সেই ভদ্ৰ মহিলাগৰাকীয়ে এটা অতি সামান্য কথাতে ইমান কৃতজ্ঞ হৈ কিনি দিয়া এই আম কেজি মই নোখোৱাকৈয়ে মোৰ এনে লাগিল— সঁচাকৈয়ে এই আম কেজি বৰ সোৱাদ দেই।



# মোক বিহু সন্মিলনত সম্বৰ্ধনা জনাইছিল

চিঠিখন পাই স্বাভাৱিকতে মই বৰ আনন্দিত হ'লো। আনন্দিত হ'বলগীয়া কথাই। চিঠিখনত লিখিছে —'আপোনাৰ নিশ্চয় মনত আছেই যে আমাৰ বিহু সন্মিলনখনে এইবাৰ পঁচিশটা বছৰ সম্পূৰ্ণ কৰিছেহি। যিহেতু এই বিহু সন্মিলনখনৰ প্ৰতিষ্ঠাতা আপুনিয়েই আছিল, গতিকে আমাৰ ৰাইজে এই ৰূপালী জয়ন্তী বৰ্ষত আপোনাক শ্ৰদ্ধাৰে সুঁৱৰিছে আৰু অহা ১৭ এপ্ৰিলত পালন কৰিব খোজা সন্মিলনখনত আপোনাক প্ৰতিষ্ঠাপক সভাপতি হিচাপে সম্বৰ্ধনা জনাব খুজিছে। অনুগ্ৰহ কৰি সন্মতি প্ৰদান কৰি আমাৰ বিহু সন্মিলনত উপস্থিত হৈ আমাৰ সম্বৰ্ধনা গ্ৰহণ কৰিবহি বুলি আশাৰে বাট চাই ৰ'লো।'

চিঠিখন পঢ়াৰ লগে লগে মনটো ২৫ বছৰ আগৰ সেই দিনবোৰলৈ উৰা মাৰি গ'ল। ঠাইখনক একেবাৰে পিছ পৰা বুলিও ক'ব নোৱাৰি। এক উন্নত অঞ্চলেই। কিন্তু তাত এতিয়াও বিহু সন্মিলনৰ নিচিনা অনুষ্ঠান অনুষ্ঠিত হোৱা নাই। তাৰ ৰাইজে অতীজৰ পৰা চলি অহা নিয়ম আৰু পৰম্পৰাৰেই বিহু উৎসৱ পালন কৰি আহিছে। গতিকে ভাবিলো—

ইয়াত দেখোন বিহু সন্মিলন এখন পাতি এই বৃহৎ অঞ্চলটোৰ মানুহখিনিৰ মাজত এক নতুন সাংস্কৃতিক বাতাৱৰণ সৃষ্টি কৰিব পাৰি। সেই উদ্দেশ্য আগত ৰাখিয়েই কেইবাটাও মৌজাক সামৰি, নেতৃস্থানীয় ব্যক্তিসকলক নিমন্ত্ৰণ কৰি এক সভা আহ্বান কৰা হ'ল আৰু তাতেই সেই অঞ্চলত পোন প্ৰথমবাৰৰ বাবে তিনিদিনীয়া কাৰ্যসূচীৰে এক বৃহৎ আকাৰৰ বিহু সন্মিলন পতাৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। যিহেতু মোৰ উদ্যোগতে সেই সভাখন অনুষ্ঠিত কৰা হৈছিল গতিকে

ৰাইজে মোকেই বিহু উদ্‌যাপন সমিতিৰ সভাপতিৰ আসনত অধিষ্ঠিত কৰিলে। আচলতে ক'বলৈ গ'লে মই ছাত্র অবস্থাৰ পৰাই বিহু সন্মিলন একোখনৰ লগত সক্রিয় কর্মী হিচাপে জড়িত হৈ আহিছিলো। এবাৰ এখন সন্মিলনৰ যুটীয়া সম্পাদকো হৈছিলো। কিন্তু চাকৰিত যোগদান কৰাৰ পিছত কোনোদিন বিহু সন্মিলন নোহোৱা কেইবাখনো ঠাইত মোৰ সম্পূর্ণ নিজা উদ্যোগত বিহু সন্মিলন একোখন পাতি প্রতিষ্ঠাপক সভাপতি আৰু প্রতিষ্ঠাপক সম্পাদকো হৈছিলো।

এইদৰে বিহু সন্মিলন পতাৰ ভিতৰত ১৯৬৬ চনত তেতিয়াৰ উত্তৰ লখিমপুৰ মহকুমাৰ অন্তর্গত ঘিলামৰা নামৰ ঠাইখনত আমাৰ উদ্যোগতে পোনপ্রথমবাৰ পতা বিহু সন্মিলনখনৰ স্মৃতিয়ে মোক সদায়েই বেছি আমনি কৰে। সেই সন্মিলনত এক বিশেষ কার্যসূচী আছিল হুঁচৰি প্রতিযোগিতা। সেই হুচৰি প্রতিযোগিতাত একেখন ফিল্ডতে একে সময়তে, একেলগে সমূহীয়াভাৱে ৫০ যোৰা হুঁচৰি দলে পৰিৱেশন কৰা হুঁচৰিয়ে দৃশ্য আৰু পৰিৱেশ সৃষ্টি কৰিছিল, আৰু তেনে দৃশ্য আৰু পৰিৱেশে ৰাইজৰ মাজত আনন্দৰ যি ঢৌ তুলিছিল, সেই কথা নেদেখা লোকৰ বাবে এক অকল্পনীয় কথা। সেই বিহু সন্মিলনখন আৰু আগতে মই জন্ম দিয়া আন বিহু সন্মিলনবোৰ কিমানদিন জীয়াই থাকিল, নে এতিয়াও জীয়াই আছে সেই কথা জনাৰ সুযোগ মোৰ হোৱা নাই।

মোক প্রতিষ্ঠাপক সভাপতি হিচাপে সম্বর্ধনা জনোৱা সেই বিহু সন্মিলনখনৰ কথা লিখিবলৈ লওতে আজি কেইবছৰমানৰ আগতে এই গুৱাহাটীতে মোক সম্বর্ধনা জনোৱা সভা এখনৰ কথাও মোৰ মনলৈ আহিছে। এইখন বিহু সন্মিলনৰ কথা মই অৱশ্যে ইয়াৰ আগতেও ক'ৰবাত ক'ৰবাত কৈছো, ক'ৰবাত লিখিছোও; হ'লেও সুৰুঙা পালেই এইবোৰ কথাই মোৰ মনৰ মাজত ভুমুকি মাৰি মোক জুলুম কৰে।

কেইবছৰমান হ'ল। মোক বিহু সন্মিলন এখনলৈ সম্বর্ধনা জনাবলৈ মাতিছিল। কেৱল মোকেই নহয়, মোকে ধৰি মুঠতে চৈধ্যজন বয়সস্থ লোক। দুদিনীয়া কার্যসূচী। দ্বিতীয় দিনা আমাক সম্বর্ধনা জনাব। সেইদিনা সন্ধিয়া ৭ বজাৰ আগে আগে বিহুতলী ওলালোগৈ—যদিও মই জানো যে সময় মতে অনুষ্ঠান কেতিয়াও আৰম্ভ নহয়।

সময় মতে সভা-সমিতি বা অন্য অনুষ্ঠান আৰম্ভ নকৰাটোৱে হৈছে আমাৰ সংস্কৃতি, আমাৰ পৰম্পৰা। কিন্তু সেইদিনা ৭ বজাৰ আগে আগে যোৱা সত্ত্বেও গৈ দেখিলো যে সম্বর্ধনা অনুষ্ঠান ইতিমধ্যে আৰম্ভ হ'লেই। সম্বর্ধনা জনোৱা

ধৈৰ্য্যগৰাকী ব্যক্তিয়ে ডিঙিত গামোচা লৈ মঞ্চত বহি আছে। মই অলপ আচৰিতেই হ'লো। ইমান সোনকালে সভাখন আৰম্ভ হোৱাৰ কাৰণ কি? মই অলপ আন্ধাৰ, অলপ পোহৰ ৰভাতলীত পিছফালৰ পৰা সোমাই সন্মুখত খালী হৈ থকা চকী এখনতে মনে মনে গৈ বহিলোগৈ। কাষৰ মানুহজনক মনে মনে সুধিলো---'সভা আৰম্ভ হোৱা কিমান দেৰি হ'ল?'

ক'লে— হ'ল প্ৰায় আধাঘণ্টা মানেই হ'ল।' সুধিলো—'কেলেই, সভাৰ সময় ৭ বজাত নাছিল জানো?'

মানুহজনে ক'লে—'নহয়, সভাৰ সময় ৫ বজাতহে আছিল। সাংস্কৃতিক অনুষ্ঠানৰ সময়হে ৭ বজা আছিল।' কথাষাৰ শুনি মই বৰ লাজ পালো। মই সাধাৰণতে সময় মতে সভা-সমিতিলৈ যোৱা মানুহ। সেইদিনা মই প্ৰগ্ৰেমখন চোৱা ভুল কৰিলো, বাবেই মোৰ এঘণ্টা পলম হৈ গ'ল।

মই যে মনে মনে গৈ ৰভা তলত বহিলোগৈ, সেই কথা মঞ্চত বহি থকা সভাপতিৰ চকুত পৰিল। সভাপতিয়ে ঘোষণা কৰিলে—'আমাৰ আন এজন সম্বৰ্ধনা জনাবলগীয়া ব্যক্তি (মোৰ নামটো ক'লে) আমাৰ মাজত উপস্থিত হৈছেহি তেখেতক মঞ্চলৈ আগবঢ়াই আনিবলৈ উদ্যোক্তাসকলক অনুৰোধ জনালো।'

কথাষাৰ ঘোষণা হোৱাৰ লগে লগে এজন ডেকা ল'ৰাই আহি মোক মঞ্চলৈ আগবঢ়াই নিলে। লাজ লাজ কৰি মই মঞ্চলৈ উঠি গৈ মঞ্চৰ একাষত খালী হৈ থকা চকী এখনতে কোচমোচ খাই বহিলোগৈ। তেনেতে সভাপতিয়ে অকৌ আৰম্ভ কৰিলে—'এইবাৰ তেখেতক এখন ফুলাম গামোচাৰে সম্বৰ্ধনা জনাবলৈ মই উদ্যোক্তাসকলক অনুৰোধ জনালো।'

কিন্তু উদ্যোক্তাসকলৰ কোনোৱেই মোক গামোচা পিন্ধাবলৈ আগবাঢ়ি নাহিল। সকলোৰে দৃষ্টি উইংছৰ ফালে। কি হ'ল কথাটো! মই তলমূৰ কৰি বহি আছো। কিন্তু কিছু সময় উৎকণ্ঠাৰে পাৰ কৰাৰ পিছত এজন ডেকা ল'ৰা আহি মোক যেনিবা এখন গামোচা পিন্ধাই দিলেহি। সকলোৱে হাত চাপৰি বজালে।

যিহেতু সম্বৰ্ধিত আটাইবোৰ ব্যক্তিয়ে ইতিমধ্যে তেওঁলোকক পিন্ধোৱা গামোচাখন ডিঙিত লৈয়েই আছে, ময়ো মোক পিন্ধোৱা গামোচাখন ডিঙিত লৈয়েই থাকিলো। সভাৰ কাৰ্যসূচী চলি আছে। এনেতে এটা সময়ত মোৰ চকু মোক পিন্ধোৱা গামোচাখনলৈ গ'ল। দেখিলো মোক পিন্ধোৱা গমোচাখন এখন লেতেৰা গামোচা। ধৰিবই পাৰি সেইখন কোনোবাই ব্যৱহাৰ কৰা গামোচাহে।

মন মৰি গ'ল। মনত এক উত্তেজনা অনুভৱ কৰিলো। লগতে সম্বৰ্ধনা

ল'বলৈ আহি আনন্দিত হোৱাৰ পৰিৱৰ্তে অপমানিত হোৱা যেন লাগিল। উইংছৰ কাষত থকা ডেকা এজনক ইঙ্গিতেৰে মতাত ল'ৰাজন আহি মোৰ পাছফালে থিয় হ'লহি। তেওঁক মনে মনে সুধিলো—'মোক এইদৰে লেতেৰা গামোচাখনেৰে সম্বৰ্ধনা জনোৱাৰ কাৰণ কি?'

ডেকাজনে একো নোকোৱাকৈ খৰখেদাকৈ উইংছৰ ভিতৰলৈ সোমাই গ'ল। ক্ষোভত মোৰ অন্তৰ ফাটি যাব যেন লাগিল। কিছু সময়ৰ পাছত সম্পাদকজন মোৰ চকীৰ পিছফালে চাপৰি, কাণে কাণে ক'লে—

'ছাৰ, আমাৰ ফাণ্ড পজিশ্যন একেবাৰে বেয়া। গতিকে গামোচা একেবাৰে হিচাপ কৰি কিনিছিলো। আপুনি অহাত পলম হ'ল। আনহাতে, এজন মানুহে আজি ৭ বজাত টকা অলপ দিম বুলি কৈছিল। গতিকে আপোনাৰ গামোচাখন মই এঠাইত থৈ সেই মানুহজনৰ পৰা আনিবলৈ গ'লো। মই আপোনাক পিন্ধাবলগীয়া গামোচাখন ক'ত থৈ গ'লো কোনেও নজানে। আনহাতে সভাপতিয়ে আপোনাক এখন ফুলাম গামোচাৰে সম্বৰ্ধনা জনাবলৈ কোৱাত আমাৰ ল'ৰাবোৰৰ মাজত হুৰা-দুৰা লাগিল। আপোনাক পিন্ধাবলৈ গামোচা নাই। আনহাতে, বেছি দেৰিও কৰিব নোৱাৰি। গতিকে আমাৰ লগৰ এজনে পৰহিৰ পৰা ডিঙিত লৈ থকা গামোচাখনকে টান মাৰি আনি আপোনাক পিন্ধাই দি সম্বৰ্ধনা জনালে বেয়া নাপাব ছাৰ।'

সম্পাদকৰ কথা শুনি মোৰ উত্তেজনা যেনিবা শাম কাটিল। ভাবিলো, দোষটো যেনিবা মোৰ গাতেই। মইনো সভাখনলৈ কিয় দেৰি কৰি আহিছিলো। এই ঘটনাৰ আগে-পিছেও সভা-সমিতিত মোক গামোচা পিন্ধোৱাক লৈ কেইবাটাও আমোদজনক ঘটনা ঘটিছে। পিন্ধাব লাগে মোক পিন্ধায় আনক। পিন্ধাব লাগে দুইফালে ফুল থকা গামোচা, পিন্ধায় এফালে ফুল থকা গামোচা। মূলতঃ মই সভা শুৱনি মানুহ নহওঁ বাবেই দেখাত মোক সভাপতি, বিশিষ্ট অতিথি যেন নালাগেই, গতিকে মোক গামোচা আদি পিন্ধাওঁতেও মাজে মাজে বিভ্ৰান্তি ঘটে! এইবোৰ দীঘলীয়া কথা।

সিদিনা নিৰ্দিষ্ট তাৰিখত সেই বিহু সন্মিলনখনৰ ৰূপালী জয়ন্তী বৰ্ষত মোক প্ৰতিষ্ঠাপক সভাপতি হিচাপে সম্বৰ্ধনা জনাব খোজা অনুষ্ঠানটোত যোগদান কৰিবলৈ ঘৰৰ পৰা ওলালো। এক দীঘলীয়া যাত্ৰা । মন মোৰ আনন্দত উত্ৰাৱল। মই জন্ম দিয়া অনুষ্ঠান এটাই ২৫ বছৰ সম্পূৰ্ণ কৰিলে। মোৰ বাবে কম আনন্দ আৰু গৌৰৱৰ কথা নহয়। গাড়ীত গৈ থাকোতে ২৫ বছৰ আগতে লগ পোৱা

মানুহবোৰৰ, বিহু সমিতিৰ বিষয়ববীয়া আৰু আন কৰ্মীসকলৰ মুখ মানসপটত ভাঁহি উঠিল। নিৰ্দিষ্ট ঠাইখনৰ যিমানেই ওচৰ চাপিলো, সিমানেই ২৫ বছৰীয়া ঠাইখনলৈ অনা পৰিৱৰ্তনবোৰে মোৰ চকু ছাট্ মাৰি ধৰা হ'ল। নতুন নতুন ঘৰ হ'ল। নতুন নতুন কাৰ্যালয় হ'ল। অঞ্চলটো সহজে চিনিব নোৱাৰাই হ'ল। বিহুতলী পোৱাৰ কিছু আগতে পথৰ দাঁতিত থকা প্ৰকাণ্ড গছ এজোপা দেখি মই ড্ৰাইভাৰক গাড়ীখন ৰখাবলৈ কৈ গাড়ীৰ পৰা নামি গ'লো। গছজোপালৈ চাই মই চিন্তাত নিমগ্ন হ'লো।

ড্ৰাইভাৰে সুধিলে—'ছাৰ, আপুনি ইমান কি ভাবিছে?'

ক'লো—'এই গছজোপা দেখি মোৰ খং উঠিছে।'

'কিয় ছাৰ, কিয় খং উঠিছে।

ক'লো—'আজিৰ পৰা ২৫ বছৰ আগতে মই এই ঠাইতেই এটা গছপুলি ৰুইছিলো। সেই পুলিটোৱেই এতিয়া গৈ ইমান এজোপা প্ৰকাণ্ড গছ হ'লগৈ। কি দৰকাৰ আছিল সেই পুলিটোৰ, এতিয়া ইমান এজোপা ডাঙৰ গছ হ'বলৈ।'

মোৰ কথা শুনি ড্ৰাইভাৰে হাঁহি হাঁহি ক'লে—'ছাৰ, মোৰ বয়সো এতিয়া এই গছজোপাৰ সমানেই, ২৫ বছৰ, সেই কাৰণেই মোকো আপুনি খং-চং কৰিব নেকি'?

যথা সময়ত বিহুতলী পালোগৈ। বহুতো চিনাকি মানুহ লগ পালো। কোনোবা কোনোবা চিনিব নোৱাৰাকৈ বুঢ়া হ'ল। গম পালো— কেইবাজনো চিনাকি মানুহ ইতিমধ্যে স্বৰ্গগামী হ'ল। এটা সময়ত সম্বৰ্ধনা সভা আৰম্ভ হ'ল। মোক এখন গামোচা, এখন শৰাই আৰু এখন সম্বৰ্ধনা পত্ৰ দি সম্বৰ্ধনা জনালে। সম্বৰ্ধনা পত্ৰখনত —হে মহান, হে গুণী, হে জ্ঞানী, হে অক্লান্ত সমাজসেৱক আদি বিশেষণেৰে মোৰ গুণাৱলী বৰ্ণনা কৰিলে। মোৰ চকু চলচলীয়া হ'ল। সম্বৰ্ধনাৰ উত্তৰত ক'লো— 'ৰাইজ মই আচলতে সম্বৰ্ধনা ল'বলৈ অহা নাই। মই এই ঠাই এৰি যোৱাৰ পঁচিছ বছৰ হ'ল। অত বছৰ পিছতো আপোনালোকে যে মোক পাহৰা নাই, তাৰ বাবে আপোনালোকক মোৰ কৃতজ্ঞতা জনাবলৈহে মই আজি আহিছোঁ। হয়, এই বিহু সন্মিলনখনৰ জন্মদাতা ময়েই। কিন্তু সেই বিহু সন্মিলনখন পঁচিছ বছৰ জীয়াই ৰাখি ৰূপালী জয়ন্তী পালন কৰিব পৰা অৱস্থালৈ অনাত মোৰ অৱদান কিন্তু শূন্যৰ ঘৰতহে। এটা অনুষ্ঠান জন্ম দিয়া সহজ। কিন্তু তাক জীয়াই ৰখা কামটো বৰ কঠিন।'

মোৰ বক্তব্যত যিসকল লোকে এই বিহু সন্মিলনখনৰ জন্মলগ্নত দেহে

কেহে খাটিছিল, তেওঁলোকৰ নাম বিশেষভাৱে উল্লেখ কৰি, তেওঁলোকৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰিলো।

সম্বৰ্ধনা জনোৱা শেষ হ'ল। চাহ-তাহ খাই গাড়ীত উঠিব খোজোঁতেই মোক সম্বৰ্ধনা জনোৱা শৰাইখন আৰু সম্বৰ্ধনা জনোৱা পত্ৰখন গাড়ীত দিবলৈ অহা লোকজনে ক'লে—'এই সম্বৰ্ধনা-পত্ৰখন এতিয়া আপোনাক লৈ যাবলৈ নিদিওঁ মই আগতে মন নকৰিলো- সম্বৰ্ধনা পত্ৰৰ আখৰখিনি ভাল নহ'ল। বন্ধাটোও ভাল নহ'ল। গতিকে আকৌ ভালকৈ লিখাই আৰু ধুনীয়াকৈ বন্ধাই কেইদিনমানৰ ভিতৰতে মই নিজেই লৈ গৈ আপোনাক দি আহিম।'

কিন্তু কেইদিনমান কিয়, বহু বছৰেই পাৰ হৈ গ'ল। সেই সম্বৰ্ধনা পত্ৰ মোলৈ পঠিওৱা নহ'ল। মাজে মাজে সেই পত্ৰখনলৈ মনত পৰে।

কেইমাহমানৰ আগতে অসম সচিবালয়ৰ মুখতে বৈ থকা এজন মানুহে মোক দেখি মোৰ কাষলৈ আহি মোক নমস্কাৰ এটা জনাই তেওঁৰ চিনাকিটো দিলে বৰ ভাল লাগিল তেওঁক লগ পাই কথা প্ৰসংগতে মই সেই সম্বৰ্ধনা পত্ৰখনৰ কথা উলিয়ালো, মানুহজনে ক'লে—'ছাৰ, আপুনি শুনা নাই নেকি ?' মই ক'লো —'ওহোঁ, নাই শুনা। কি কথানো ?' 'আপুনি সিদিনা ভাষণটো দিওঁতে বহুত মানুহৰ নাম উল্লেখ কৰিলে। কিন্তু সেই মানুহজনৰ নামটো উল্লেখ নকৰাৰ বাবে তেওঁ আপোনাৰ ওপৰত অসন্তুষ্ট হ'ল। সেই সম্বৰ্ধনা পত্ৰখনৰ খচৰাও তেৱেঁই যুগুত কৰিছিল। গতিকে আপোনাৰ ওপৰত খং উঠিয়েই সম্বৰ্ধনা পত্ৰখন আপোনাক নিদি তেওঁ নিজৰ লগতে ৰাখি থ'লে।'

মানুহজনৰ কথা শুনি মোৰ মুখৰ মাত হৰিল। কোনো মন্তব্য নিদি মই মানুহজনৰ পৰা বিদায় ল'লো। ভাবিলো— এৰা, দোষটো মোৰ গাতেই তেওঁৰ নামটোও মই উল্লেখ কৰিব লাগিছিল, কিন্তু পাহৰিলো। ফলত সম্বৰ্ধনা পত্ৰখনকে হেৰুৱাবলগীয়া হ'ল।

২২

# ময়ো এদিন টেঙৰ হৈছিলো

মই শাৰীটোত থিয় হৈ আছো। বৰ দীঘলীয়া শাৰী। মই অহা কিছু পলম হ'ল। গতিকে মই শাৰীটোৰ শেষৰ ফালেহে পৰিলো। তেনেতে মানুহজন আহি মোৰ মুখখন এবাৰ ভালকৈ চালে। তাৰ পিছত সুধিলে 'দাদা, আপুনি ক'লৈ যাব?'

ময়ো মানুহজনৰ মুখলৈ চাই ভাবিলো—এই মানুহজনক মই আগতে ক'ৰবাত লগ পাইছো। কিন্তু ক'ত লগ পাইছো সেই কথা ঘপহ্ কৰে মনলৈ নহা হ'ল।

তথাপি মই ক'লো—'মই গুৱাহাটীলৈ যাম, আপুনি?'

মোৰ উত্তৰটো শুনি মানুহজন যেন বৰ আনন্দিত হ'ল।

তেওঁ ক'লে—'ময়ো গুৱাহাটীলৈ যাম। মোৰ নিজৰ গাড়ীৰেই। মোৰ গাড়ী থাকোঁতে আপুনি কিয় বাছত যাব লাগে। থওক, থওক, টিকট কিনিব নালাগে। মোৰ গাড়ীতেই যাব। বাছতকৈ বহুত আৰামত যাব পাৰিব। মোৰ কথা পাতি যাবলৈ এজন মানুহ লাগে। ভালেই হ'ল আপোনাক লগ পাই গ'লো।'

কেইবছৰমান হ'ল। মই উজনি অসমৰ এখন ঠাইলৈ গৈছিলো। ঘূৰি আহিবৰ দিনা বাছত আহিবলৈ বাছ আস্থানৰ টিকট কাউণ্টাৰত টিকট কটাৰ শাৰীত থিয় হৈ আছিলো। সেইদিনা কিবা এটা কাৰণত বাছৰ সংখ্যা কম আছিল। গতিকে যাত্ৰীৰ সংখ্যাও যথেষ্ট বেছি আছিল। যিহেতু মই যোৱা দেৰি হ'ল, টিকট পালেও পিছৰ ছিটতহে পালোহেঁতেন। গতিকে মানুহজনে তেওঁৰ নিজৰ গাড়ীতে লৈ আনিব খোজাত মই স্বাভাৱিকতে বৰ ভাল পালো। মই শাৰীটোৰ পৰা ওলাই আহি মানুহজনৰ লগত মূল ৰাস্তাৰ কাষত ৰখাই থোৱা তেওঁৰ গাড়ীখনৰ পিনে আগবাঢ়িলো। কিন্তু কেইখোজমান আহিয়েই মই বৈ দি মানুহজনক ক'লো—'মই আপোনাক আগতে লগ পাইছো ঠিকেই, কিন্তু ক'ত, কেতিয়া লগ পাইছিলো, সেই কথা মনত পেলাব পৰা নাই।'

মানুহজনে টপৰাই উত্তৰ দিলে—'কেলেই, এমাহমানৰ আগতে গুৱাহাটীৰ

লাচিত নগৰত অজিত তালুকদাৰৰ ছোৱালীজনীৰ বিয়াত আপোনাক মই লগ পোৱা নাছিলো জানো। আমি সেইখোন দুয়োৰে ৰভাৰ তলত একেলগেই বহি বহু সময় কথা পাতি আছিলো। আপুনি পাহৰি গ'ল নেকি?'

উত্তৰটো শুনি মই যেন বৰ লাভ পাই গ'লো এনে লাগিল। আজি কিছুদিনৰ পৰা মই আন কথা পাহৰাৰ লগতে কোনোবা মানুহক ক'ৰবাত লগ পালে ক'ত, কেতিয়া লগ পাইছিলো, সেই কথা ঘপহ্‌কৰে মনত পেলাব নোৱাৰা হৈছো। আনকি আগদিনা লগ পোৱা মানুহকো পিছদিনা চিনি নোপোৱা যেন লাগে। এইবোৰ কথা কেতিয়াবা মই আন লোককো কওঁ। কিন্তু যাক কওঁ, তেওঁ কয়— 'এ, তেনেকুৱা আজিকালি মোৰো হয়। বয়স হ'লে সকলো মানুহৰে তেনেকুৱা হয়েই'। আনৰ মুখত এনেকুৱা কথা শুনিবলৈ পালে মোৰ ভাল লাগি যায়। ভাব হয়, মানুহ পাহৰাৰ ক্ষেত্ৰতো মই অকলশৰীয়া ব্যক্তি নহওঁ।

মানুহজনক ক'লো—'অ' হয় হয়, এতিয়া মনত পৰিছে। পিছে হেৰি নহয়, গুৱাহাটীৰ মানুহ আহি ইয়াত এতিয়া এনেকৈ ক'ৰ পৰা ওলালহি?'

তেওঁ ক'লে— 'মোৰ মামা ইয়াতে থাকে। পৰহি তেওঁ গুৱাহাটীলৈ গৈছিল, অফিচৰ কামত। মোৰ ঘৰত আছিল। কালি তেওঁৰ গাটো বেয়া লগাত গুচি আহিব খুজিলে। গতিকে ময়েই মোৰ গাড়ীৰেই লৈ আহিলো। ৰাতিটো মামাৰ তাতে থাকিলো। সেয়েহে এতিয়া গুৱাহাটীলৈ ঘূৰি যাবলৈ আহিছো। আহিবলৈ ওলাওঁতে মামীয়ে ক'লে—তেওঁৰে সম্পৰ্কীয় তিনিজন মানুহ গুৱাহাটীলৈ যাবলৈ ওলাইছে। সিহঁতকো তুমিয়েই তোমাৰ গাড়ীতে লৈ যোৱা। সেয়েহে সেই মানুহ তিনিজনকো লৈ আনিছো।

মই তেওঁলোকক চিনি নাপাওঁ। তেওঁলোকৰ লগত কি কথা পাতিম? গতিকে বাটত গৈ থাকোতে কথা পাতি যাবলৈ চিনাকি মানুহ এজন চাই ফুৰোতে আপোনাৰ ওপৰত চকু পৰিল। মানুহকেইজন সেয়া গাড়ীতে বহি আছে।

মই সাধাৰণতে পৰাপক্ষত আনৰ গাড়ীত নুঠো। মানে আন কাহানিও নিচিনাকৈ মই লিফ্‌ট বিচাৰি নুফুৰো। চিটীবাছ আদিতেই ঘূৰি ফুৰো। খোজ কাঢ়িব পৰা বা ৰিক্সা আদিত যাব পৰা দূৰত্ব হ'লে খোজ কাঢ়ি বা ৰিক্সা আদিতেই যাওঁ। অৱশ্যে, কেতিয়াবা কোনোবা চিনাকি বা ঘনিষ্ঠ লোকে নিজেই তেওঁৰ গাড়ীত মোক লিফ্‌ট এটা দিব খুজিলে মই না নকৰো। তাকো কেতিয়াবা একোটা নিৰ্দিষ্ট পইণ্টলৈকেহে। মই কাকো অসুবিধা দিব নোখোজো। দূৰণিবটীয়া বাস্তা হ'লে কোনোবা চিনাকি মানুহেও মোক তেওঁৰ নিজৰ গাড়ীত যাবলৈ লগ ধৰিলে মই

সাধাৰণতে নাযাও। তাৰ কাৰণো বহুত আছে। তাৰ ভিতৰত এটা হ'ল—মই গাড়ীত গৈ থাকোতে অনবৰত কথা পাতি যাব নোৱাৰো। অলপ দূৰ যোৱাৰ পিছতেই মোক টোপনিয়ে হেঁচা মাৰি ধৰেই। আনকি চিটী বাছত গৈ থাকোতেও প্ৰায়েই মই টোপনি যাও। গাড়ী-মটৰত অহা টোপনিবোৰত এক বেলেগ মাদকতা আছে। গতিকে আনৰ লগত কথা পাতি গৈ মই এই মাদকতা হেৰুৱাব নোখোজো। তদুপৰি আনৰ গাড়ীত গ'লে আনৰ দয়াত যোৱা যেন লাগে। নিজৰ কোনো স্বাধীনতা নাথাকে।

মানুহজনে গাড়ী চলোৱা আৰম্ভ কৰাৰ পিছতহে মোৰ মনলৈ এনেবোৰ কথা আহিল। মানুহজনক আচলতে মই তেতিয়াও চিনি পোৱা নাই। বিয়া এখনত বহুত মানুহকে লগ পোৱা যায়। এৱোঁ সেই মানুহবোৰৰ ভিতৰতে এজন। মানুহজনৰ নাম কি, ঘৰ ক'ত, কি কৰে, এইবোৰ মই একোৱেই নাজানো। বা বিয়াঘৰত লগ পাওঁতে মানুহজনে মোক এইবোৰ কথা কৈছিল যদিও মোৰ একো মনত নাই। এই অচিনাকি মানুহজনে 'লিফ্ট' এটা দিয়াৰ ছলেৰে মোক এইদৰে ক'লৈবা লৈ যাব খুজিছে, তাৰো একো ঠিক নাই। গাড়ী মটৰত গৈ থাকোতে কথা পাতি ভাল নোপোৱা মোৰ স্বভাবটো আছেই। এনে অৱস্থাত মই গোটেইবোৰ কথা চিন্তা নকৰাকৈ ঘপহকৰে মানুহজনৰ কথা মতে গুচি অহা কথাটো যেন মোৰ ভুল হৈ গ'ল, এই কথাৰ চিন্তাই মোৰ মনত তোলপাৰ লগোৱা আৰম্ভ কৰিলে।

গাড়ীখন তীব্ৰ গতিত আগবঢ়াত লাগিল। মানুহজনে প্ৰথমতে মোকেই প্ৰশ্ন কৰি দুই-এটা কথা পতা আৰম্ভ কৰিলে। মই কথা পতাত বৰ আগ্ৰহ নেদেখুৱাই অতি সাধাৰণভাৱে তেওঁৰ প্ৰশ্নৰ উত্তৰ দি গ'লো। মন কৰিলো, তেওঁ পিছৰ ছিটত বহি যোৱা লোককেইজনৰ লগত কোনো ধৰণৰ কথা পতা নাই। অলপ সময়ৰ পিছত ভাবিলো— মানুহজনে দয়া কৰি ইমান হেঁপাহেৰে মোক বাছত আহিবলৈ নিদি, কথা পাতি অহা আনন্দকণ লাভ কৰিবলৈ মোক তেওঁৰ গাড়ীত লৈ আনিছে যেতিয়া তেওঁৰ লগত ময়ো অন্ততঃ দুই-চাৰি আষাৰ কথা পতা ভাল হ'ব। সেই হিচাপে ময়ো তেওঁক দুই-চাৰিটা প্ৰশ্ন কৰি কিছু কথা পতা আৰম্ভ কৰিলো। তেওঁৰ লগত কথা পাতি মোৰ এটা ধাৰণা হ'ল যে তেওঁ আচলতে কোনো বেলেগ পন্থীৰ মানুহ নহয়। মোক ভালে ভালে নি গুৱাহাটী পোৱাই দিবগৈ। এইদৰে আহি থাকোতে মই চাকৰি জীৱনত লগ পোৱা সেই বন্ধুজনৰ কথা মনলৈ আহিল। বন্ধুজন কোনো দিনেই নিজে ভাড়া দি কোনো গাড়ী-মটৰত নুঠে। যাবলগীয়া ঠাই ওচৰৰে হওক বা দূৰৰেই হওক। সেই তেওঁ ক'ৰবালৈ

যাবলৈ হ'লে সদায় 'লিফ্‌ট' দিয়া মানুহ বিচাৰি ফুৰে। তেওঁৰ মতে, এনেদৰে বিনা ভাড়াই অহা-যোৱা কৰিব পৰাটো টেঙৰ মানুহৰ কাম। ময়ো মানুহজনৰ কথা মতেই বাছৰ টিকেট নাকাটি এইদৰে 'লিফ্‌ট'টো লৈ ভাড়াটো বচাই টেঙৰ মানুহৰ কাম কৰিলো নেকি বাৰু? মোৰ মনলৈ এই কথাও অহা হ'ল।

সেই টেঙৰ মানুহজনৰ কথা এইদৰে লিখিবলৈ লওতে মোৰ আৰু এজন টেঙৰ মানুহৰ কথা মনলৈ আহিছে। এইটো আজি কেইদিনমান আগৰ কথাহে। মানুহজন হ'ল প্ৰসেনজিৎ তালুকদাৰ। এখেত বৰপেটাৰ মানুহ এসময়ত বৰপেটা মাধৱ চৌধুৰী কলেজৰ প্ৰিন্সিপালো আছিল। মই বৰপেটাত চাকৰি কৰি থাকোতে তেখেতৰ লগত মোৰ বন্ধুত্ব আৰু ঘনিষ্ঠতা আছিল। তেখেত আজি কিছুদিনৰ আগতে গুৱাহাটীৰ পাঞ্জাবাৰীত ঘৰ এটা সাজি আছেহি। তেখেতৰ ল'ৰাৰ বিয়া। বিয়াঘৰলৈ গৈ দেখিলো তেখেতে ৰভাৰ তলত, মুখতেই, এনে এডোখৰ ঠাইত ছোফা এখনত বহি আছে, য'ত যিকোনো মানুহেই প্ৰথমতে গৈ তেখেতক দেখা পায়। অসুস্থতাৰ বাবে তেখেত থিয় হৈ থাকিব নোৱাৰে। গতিকে ছোফাখনত বহি বহিয়েই বিয়া খাবলৈ যোৱা ল'ৰাৰ পৰা বুঢ়ালৈকে প্ৰত্যেকজন মানুহকে হাঁহিমুখে তেখেতে আদৰণি জনাইছে। সকলোকেই 'অহাৰ বাবে ভাল পালো' বুলি কৈ একোষাৰ মাত লগাইছে। সেইদৰে বহুতো ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰীয়েও তেখেতক ভৰিত ধৰি সেৱাও কৰিছে। খাই-বৈ ওলাই আহোঁতেও প্ৰত্যেকজনেই তেখেতক মাত দিহে ওলাই গৈছে।

মই গৈ তেখেতৰ কাষতে ছোফাখনত বহি এইবোৰ লক্ষ্য কৰি আছো। এবাৰত মই তেখেতক ক'লো—আপুনি এই ঠাইডোখৰত এইদৰে বহি বৰ ভাল কৰিছে দেই। আপোনাৰ মৰমৰ মাতষাৰৰ পৰা কোনো মানুহ সাৰি যাব পৰা নাই। সকলোকে মাত দিব পাৰিছে। কিন্তু ঠিক এইখিনিতেই বহি ল'বলৈ আপোনাক কোনে বুদ্ধি দিলে? তেখেতে টপৰাই উত্তৰ দিলে—'মোক কোনেও বুদ্ধি দিয়া নাই। মই নিজেই বহিছো। মই আগতকৈ বহুত টেঙৰ হ'লো নহয়।' এইবুলি তেখেতে হাঁ হাঁ কৰি ডাঙৰকৈ প্ৰাণ খুলি হাঁহি এটা মাৰিলে। তেখেতৰ লগতে ময়ো সিমানেই একে ধৰণেৰেই হাঁহি এটা মাৰি এক বিৰল আনন্দ লভিলো। এই টেঙৰ মানুহজনৰ ল'ৰাৰ বিয়াখনলৈ গৈ সঁচাকৈয়ে বৰ ভাল লাগিল।

ভাড়াটো বাচিল ঠিকেই। কিন্তু মই সাধাৰণতে 'লিফ্‌ট' বিচাৰি নুফুৰা এই মানুহটোৰে ভাড়া বচোৱা এই কামটো কৰি ভাল কাম কৰিলো জানো? এই চিন্তায়ো মোক আমনি দিবলৈ ধৰিলে। এইবোৰ কথাৰ চিন্তৰ উপৰি আৰু এটা

কথাও মোৰ মনলৈ আহিল—মানুহজনে মোক লিফ্‌ট এটা দি মোৰ বাছৰ ভাড়াটো বচাই মোক এটা উপকাৰ কৰিলে। গতিকে ইয়াৰ বিনিময়ত ময়ো তেওঁক কিবা এটা সহায় বা উপকাৰ কৰা দৰকাৰ। মোক যদি কোনোবাই কেতিয়াবা কিবা কামত সমান্যতমো সহায় কৰে বা উপকাৰ কৰে, তাৰ বিনিময়ত যিকোনো প্ৰকাৰে তেনে মানুহক কিবা সহায় আদি কৰিব নোৱাৰিলে মই মনত শান্তি নাপাওঁ। আনকি কেতিয়াবা চিটীবাছত গৈ থাকোতেও কোনোবাই যদি মোক তেওঁৰ ছিটটো এৰি বহিবলৈ দিয়ে, মই তেনে মানুহৰ ভাড়াটো দি, (যদি তেওঁ তেতিয়ালৈকে ভাড়া দিয়া নাই।) তেওঁৰ প্ৰতি মোৰ কৃতজ্ঞতা প্ৰকাশ কৰো।

এইবোৰ কথা চিন্তা কৰি গৈ থাকোতে মোৰ মনত বুদ্ধি এটা খেলালে। মই মানুহজনক ক'লো—'মই সময় মতে ভাত খাওঁ। আপুনি ক'ৰবাত গাড়ী ৰখাই মোক ভাত এমুঠি খোৱাৰ সুবিধাটো দিব দেই।'

'হ'ব দাদা, সেইটো আপুনি চিন্তা নকৰিব'

সেই হিচাপে গাড়ীখন এঠাইত ৰখাই ক'লে —'দাদা, আপুনি ইয়াতেই ভাত খাই লওক, ভাল পাব।'

মই ক'লো—'মই অকলে নাখাওঁ। মোৰ লগত আপুনিও খাব লাগিব।'

মানুহজনে ক'লে- 'মোৰ কথা আপুনি চিন্তা নকৰিব। মই খাম কিবা এটা।'

মই ক'লো—'নাই নাই, আপুনি এতিয়া মোৰ আলহী। এই ভাতসাজ মইহে আপোনাক খুৱাম। আপুনি খাবই লাগিব।' মানুহজনে এইবাৰ একো আপত্তি নকৰিলে। খাই থাকোতে মন কৰিলো মানুহজনে মাছ-মঙহেৰে ভাতসাজ বেছ তৃপ্তিৰে খাইছে। খোৱা-বোৱাৰ খন্তেক পিছতে গাড়ী পুনৰ চলোৱা আৰম্ভ হ'ল। গাড়ীত উঠাৰ পিছতেই মানুহজনক ক'লো— মোৰ টোপনি আহি যাব পাৰে। সেই কাৰণেই এতিয়াই কৈ থ'লো মোক গুৱাহাটীৰ ছয়মাইলত নমাই দিব দেই। এটা সময়ত আহি ছয়মাইল পালোহি। মানুহজনে ৰাস্তাৰ কাষলৈ নি গাড়ীখন ৰখোৱাত মই গাড়ীৰ পৰা নামিলো। মানুহজনেও নিজৰ ড্ৰাইভিং ছিটৰ পৰা নামি আহি মোৰ কাষত থিয় হ'লহি। মই তেখেতক হেণ্ডচেক কৰি মোক এইদৰে লিফ্‌ট এটা দিয়াৰ বাবে অশেষ কৃতজ্ঞতা আৰু ধন্যবাদ জনাই আগবাঢ়িলো। কেইখোজমান গৈছোহে, তেনেতে মানুহজনে পিছফালৰ পৰা মাত লগালে— 'দাদা, অকণমান ৰ'বচোন।'

ৰ'লো। 'দাদা ভাড়াটো দিব লাগিছিল নহয়।'

তেতিয়াহে মোৰ মগজুত খেলালে—এওঁ আচলতে ভাড়া মাৰি ফুৰা মানুহেই।

মই ক'লো—'এহ হে মই পাহৰিয়েই গৈছিলো। কিমান দিব লাগিব?' ক'লে—'বাছুৰ ভাড়াটোৱেই দিয়ক।'

মই মানি বেগটো উলিয়াই সেইমতে ভাড়াটো দিলো।

মানুহজনে নোটকেইখন হাতত লৈ ক'লে— 'দাদা, পঞ্চাশ টকা কম দিলে দেখোন।'

মই ক'লো— কম নহয় বাছুৰ ভাড়াটোকে দিছো। পিছে মই যে আপোনাক পঞ্চাশ টকাৰ ভাত খুৱালো, সেই পঞ্চাশ টকাহে ভাড়াটোৰ পৰা কম দিছো।'

মানুহজনে ক'লে—'দাদা, আপুনি বৰ টেঙৰ মানুহ দেই।'

মই ক'লো— মই আচলতে একেবাৰেই অঁকৰা। আজিহে মানে, মানে এতিয়াহে আপোনাক লগ পাই অকণমান টেঙৰ হ'ব খুজিলো।'

মানুহজনে মুখত হাঁহি এটা লৈ আকৌ ক'লে—'নহয় দাদা, আপুনি বহুত টেঙৰ। মোতকৈ টেঙৰ।'

মই একো নক'লো। কিন্তু ময়ো টেঙৰ হ'ব পৰাৰ হাঁহি এটা মোৰ মুখত ফুটি উঠিল।

* *

# যি কথা মোৰ নহ'ল কোৱা

ডাক্তৰখানা দেখিলেই মোৰ সোমাবৰ মন যায়। সেইদিনাখনো সোমালো। মই মাজে মাজে মোৰ ব্লাড প্ৰেছাৰটো দেখুৱাবলৈ এই ডাক্তৰখানালৈ যাওঁ। চৰকাৰী ডাক্তৰখানা, ডাক্তৰখানাখনৰ দায়িত্বত থকা মুৰব্বী ডাক্তৰগৰাকীৰ ব্যৱহাৰ পাতি বৰ ভাল। তেখেতে মোক ভালদৰে চিনিও পায়। তেখেতে এটা নিৰ্দিষ্ট সময়ৰ অন্তৰে অন্তৰে তেখেতৰ ওচৰলৈ গৈ মই দেখুওৱাটো বিচাৰে; কিন্তু ডাক্তৰখানাখন মই থকা ঠাইৰ পৰা কিছু দূৰত অৱস্থিত হোৱাৰ বাবে কেতিয়াবা তেখেতে বিচৰা ধৰণেৰে যাব নোৱাৰিলে তেখেতে মোক বেয়াই পায়। সেইদিনাও সেইফালে যাওঁতে ডাক্তৰখানা খনত সোমালো—ভাবিলো, এইফালে আহিছো যেতিয়া প্ৰেছাৰটো দেখুৱাই যাওঁ।

পিছে সেইদিনা ডাক্তৰজন তেতিয়ালৈ অহাই নাই। ডাক্তৰখানাৰ এজন কৰ্মচাৰীক সোধাত ক'লে—'ছাৰে আজি অহাত দেৰি হ'ব বুলি কালিয়েই কৈ গৈছে। ছাৰৰ ঘৰত কিবা জৰুৰী কাম আছে হেনো।'

বহুদিন প্ৰেছাৰটো দেখুওৱা হোৱা নাই। আকৌ এদিন ইমান দূৰ অহাটো দিগদাৰী। গতিকে এনেয়ে ঘূৰি যোৱাতকৈ ডাক্তৰখানা খনত কাম কৰা মহিলা ডাক্তৰগৰাকীকে দেখুওৱাৰ কথা ভাবিলো। কিন্তু চৰকাৰে বান্ধি দিয়া নিৰ্দিষ্ট সময় ডেৰ ঘণ্টামান পাৰ হৈ যোৱা সত্বেও মহিলা ডাক্তৰগৰাকী তেতিয়ালৈকে অহা নাই। বৈ বৈ আমনি লাগি গ'ল। এটা সময়ত যেনিবা তেখেত আহি ওলালহি। সেই সময়ত বহু সংখ্যক ৰোগী তেখেতৰ বাবে বাৰাণ্ডাত অপেক্ষা কৰি আছিল ডাক্তৰণী অহাৰ লগে লগে তেওঁলোকৰ মাজত হেতা-ওপৰা লাগিল। মই ভাবিলো—'বাকীসকলে দেখুৱাই লওক বাৰু। তাৰ পিছত মই দেখুৱাম।'

কিছু সময়ৰ পিছত ৰোগীসকলক চোৱা কাম শেষ হ'ল। এইবাৰ মই

ডাক্তৰণীৰ কোঠাৰ দুৱাৰৰ পৰ্দাখন অলপ আঁতৰাই মুখখন ভিতৰলৈ সুমুৱাই ক'লো— 'সোমাব পাৰোঁনে?'

ডাক্তৰণীয়ে মোৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি, চকীখনত আঁউজি ভালকৈ বহি খবৰৰ কাগজ এখন দুহাতেৰে ধৰি পঢ়াতহে লাগিল।

মই আকৌ সুধিলো—'সোমাব পাৰোনে?'

এইবাৰ ডাক্তৰণীয়ে কাগজখন অলপ তললৈ নমাই মোলৈ খেপাকৈ চাই উত্তৰ দিলে—'ইয়েছ'।

মই ভিতৰলৈ সোমাই গৈ দস্তুৰমত এটা নমস্কাৰ দিলো। ডাক্তৰণীয়ে মোৰ নমস্কাৰৰ কোনো উত্তৰ নিদি খবৰ কাকতখন আগৰ দৰে পঢ়াত নিমগ্ন হৈ ৰ'ল। সেই সময়ত তেখেতৰ কোঠাত মোৰ বাহিৰে আন কোনো লোক নাছিল। সন্মুখত তিনিখন খালী হৈ থকা চকী। তেখেতে মোক 'বহক' বুলি কোৱা কথাটো বাদেই, আনকি মূৰ তুলিও মোলৈ নোচোৱা হ'ল। মই বৰ অস্বস্তি অনুভব কৰিলো। কিছু সময় তেনেকৈ থিয় হৈ থাকি মই ক'লো—'অনুগ্ৰহ কৰি প্ৰেছাৰটো অকণমান চাই দিব নেকি বাৰু?'

ডাক্তৰণীয়ে মোৰ মুখলৈ নোচোৱাকৈ উত্তৰ দিলে —'এতিয়া নহয়, পিছত; আপুনি বাহিৰত ৰওকগৈ।'

এইবাৰো মই অতি বিনয়েৰে ক'লো—'আপুনি অহাৰ বহু আগৰে পৰাই মই বাহিৰত থিয় হৈ আছো। আপুনি অহাৰ পিছতো ভাবিলো—বাকী ৰোগীসকলে প্ৰথমে দেখুৱাই লওক। তেওঁলোকৰ শেষ হ'লে মই দেখুৱাম। সেয়েহে একেবাৰে শেষত আপোনাৰ কমত সোমাইছো বহুত দেৰি থিয় হৈ থকাৰ বাবে গাটো বেয়া লাগি গৈছে। গতিকে অনুগ্ৰহ কৰি এতিয়াই চাই দিলে ভাল পালোহেঁতেন।'

ডাক্তৰণীয়ে এইবাৰ উত্তৰ দিলে—'আপুনি ইমান দেৰি ৰ'লেই যেতিয়া আৰু কিছু দেৰি কিয় ৰ'ব নোৱাৰিব? যাওক, অলপ পিছত আহিব। মই যেতিয়া মাতিম তেতিয়া আহিব।'

ডাক্তৰণীৰ কথা শুনি মই মৰ্মাহত হ'লো। তথাপি পুনৰাই ক'লো—'মই ইমান চনতে ৰিটায়াৰ হোৱা এজন বৃদ্ধ মানুহ। গতিকে দীঘলীয়া সময়ৰ বাবে থিয় হৈ থকাত মোৰ ভৰি দুখন কঁপা কঁপা লাগিছে।'

মই এই কথা ক'বলৈ পালোহে, মানুহগৰাকীয়ে খবৰৰ কাগজখন তললৈ নমাই মোলৈ এবাৰ থৰ হৈ চালে আৰু কিছু কৰ্কশভাৱেই ক'লে— 'আপুনি ৰিটায়াৰ নোহোৱাকৈ কিয় মোৰ আগত মিছাকৈ ৰিটায়াৰ হোৱা বুলি ক'বলৈ আহিছে?'

ডাক্তৰণীৰ কথা শুনি মই অবাক হ'লো। ভাবিলো, এতিয়াৰ পৰা ক'ৰবাত ৰিটায়াৰ হোৱা বুলি ক'বলৈ হ'লে দেখোন লগত ৰিটায়াৰৰ কাগজ-পাতি লৈ ফুৰিব লাগিব । মই উত্তৰ দিলো—'ৰিটায়াৰ হোৱা বাবেই ৰিটায়াৰ হোৱা বুলি কৈছোঁ।'

ডাক্তৰণীয়ে মোৰ মুখলৈ আকৌ এবাৰ চাই ক'লে—'আপোনাক দেখিতো ৰিটায়াৰ হোৱা মানুহ যেন নালাগে।'

মই ক'লো—'তাৰ বাবে মইতো দায়ী নহওঁ।' ঠিক আছে, আপুনি বাহিৰতে ৰওকগৈ। মই মাতিলে আহিব।'

ডাক্তৰণীৰ কথা শুনি মন মোৰ মৰহি গ'ল। ইমান অনুৰোধ কৰা সত্ত্বেও, তেওঁৰ কোঠাত বা বাহিৰতো, আন কোনো ৰোগী নথকা সত্ত্বেও ডাক্তৰণীগৰাকীয়ে মোৰ নিচিনা বৃদ্ধ মানুহজনক আকৌ বাহিৰত থিয় হৈ থাকিবলৈ কোৱা কথাই স্বাভাৱিকতে মোৰ মনত বৰ দুখ দিলে। ভাবিলো—মোৰ প্ৰকৃত পৰিচয়টো দাঙি ধৰি ডাক্তৰণীগৰাকীক আকৌ এবাৰ কওঁ নেকি? কিন্তু নক'লো। বয়সে মোক ক'বলৈ নিদিলে। এক গধুৰ মন লৈ তেওঁৰ কোঠাৰ পৰা ওলাই আহি একেবাৰে মূল ৰাস্তা পালোহি। এয়া কেইবছৰমান আগৰ কথা

যোৱা ১৬ জুনৰ কথা। বেংকৰ পৰা ঋণ লৈ যোৱা ডিচেম্বৰ মাহত আজিকালিৰ আটাইতকৈ সস্তা দামৰ গাড়ী এখন কিনিছিলো। মাৰুতি- ৮০০। সেইদিনা গাড়ীখনৰ ফ্ৰী ছাৰ্ভিচিঙৰ দিন। ইতিমধ্যে মই অসুস্থ হৈ এটা অপাৰেশ্যন কৰোৱাই প্ৰায় ডেৰ মাহ শয্যাগত হৈ আছিলো। ঘৰখনত মোৰ বাহিৰে দ্বিতীয় এজন পুৰুষ নাই। গাড়ীৰ ড্ৰাইভাৰো নাই। মই নিজেও চলাব নোৱাৰো। তথাপি প্ৰায় অসুখীয়া গাৰেই ড্ৰাইভাৰ এজন দিনটোৰ বাবে বন্দবস্ত কৰি মই নিজেই গাড়ী ছাৰ্ভিচিঙৰ বাবে নিৰ্দিষ্ট ৱৰ্কশ্বপ ওলালোগৈ। ৱৰ্কশ্বপ পাওঁতে পুৱা প্ৰায় ৯-৩০ বাজিল। মোৰ গাড়ীখন চমজি ল'বলৈ অহা ৱৰ্কশ্বপৰ কৰ্মচাৰীক সুধিলো—'গাড়ীখন কিমান বজাত নিব পাৰিম বাৰু?'

কৰ্মচাৰীজনে ক'লে—'আপোনাৰ গাড়ীৰ চিৰিয়েল নম্বৰ ২৭। গতিকে আবেলি ৪ বজাৰ আগত আপুনি গাড়ী নাপাব।'

এই কথা শুনি কৰ্মচাৰীজনক আন কোনো বিকল্প উপায় নথকা হেতুকে মই নিজেই যে অসুখীয়া গাৰেই গাড়ীখন আনিবলগীয়া হ'ল, সেই কথা বিবৰি ক'লো। লগতে ক'লো—'এদিনীয়া ড্ৰাইভাৰৰ হাতত মই গাড়ীখন এৰি থৈও যাব নোৱাৰো। ঘৰলৈ গৈ ঘূৰি আহিবলৈও মই ৰিক্সা, অটো বা চিটী বাছত উঠিব

পৰাও হোৱা নাই। আনহাতে, ইমান সময় অসুখীয়া গাৰে ইয়াত বহি থকাটোও মোৰ বাবে সম্ভৱ নহ'ব। মই ইমান চনতে ৰিটায়াৰ হোৱা বুঢ়া মানুহ। গতিকে আপুনি অনুগ্ৰহ কৰি যদি গাড়ীখন অলপ সোনকালে ছাৰ্ভিচিং কৰোৱাই উলিয়াই দিয়ে, তেন্তে মোক ডাঙৰ সহায় কৰা হ'ব।'

মোৰ কথা শুনি কৰ্মচাৰীজনে ক'লে—'আপুনি অকণো চিন্তা নকৰিব, মই যিমান সোনকালে পাৰো আপোনাৰ গাড়ী উলিয়াই দিম।'

এইবুলি কৈ কৰ্মচাৰীজনে ওচৰতে থকা তেওঁৰ সহকৰ্মী দুজনমানৰ লগত কিবা কথা পাতিলে আৰু মোৰ গাড়ীখন ছাৰ্ভিচিং কৰা ঠাইলৈ লগে লগে পঠিয়াই দিলে। অলপ পিছতে কৰ্মচাৰীজনে মোক ক'লেহি—'আংকল, ওপৰত, প্ৰথম মহলাত ৰেষ্ট লোৱাৰ ব্যৱস্থা আছে। তাতেই আপুনি ৰেষ্ট লৈ থাককগৈ।'

মই ক'লো— 'ওপৰলৈ উঠাত মোৰ অসুবিধা আছে। অপাৰেশ্যান কৰা মানুহ।'

তেওঁ ক'লে—'পাৰিব, লাহে লাহে উঠিব। চিৰিবোৰ বৰ ওখ নহয়।' কৰ্মচাৰীজনৰ কথা মই পেলাব নোৱাৰি মই নিয়া ড্ৰাইভাৰজনৰ হাতত ধৰি ধৰি ওপৰ মহলালৈ উঠিলো। অলপ সময়ৰ পিছতে সেই কৰ্মচাৰীজনো ওপৰ মহলালৈ গৈ মোক একাপ চাহ খুৱালে আৰু তেওঁ নিজেও একাপ খালে। পইচা মই দিবলৈ খুজিছিলো; কিন্তু তেওঁ মোক দিবলৈ নিদিলে। ১২ বাজিবলৈ নাপালেই, তেওঁ পুনৰ আহি মোক ক'লেহি—'আংকল, আপোনাৰ গাড়ী ঠিক হৈ গ'ল। তললৈ গৈ কাউণ্টাৰত পেমেণ্ট কৰি আপুনি গাড়ী লৈ যাব পাৰিব।'

এইবুলি কৈয়েই তেওঁ ততাতৈয়াকৈ তললৈ নামি গ'ল। কৃতজ্ঞতাত তেওঁৰ প্ৰতি মোৰ মূৰ দো খাই গ'ল। ময়ো তললৈ নামি গৈ পেমেণ্ট কৰি গাড়ীৰ ওচৰ পালোগৈ। গাড়ীত উঠাৰ আগে আগে নাথ উপাধিধাৰী সেই কৰ্মচাৰীজনক ড্ৰাইভাৰৰ হতুৱাই বিচাৰিলো। কিন্তু তেওঁক বিচাৰি পোৱা নগ'ল। আহিবৰ সময়ত তেওঁক ধন্যবাদ আৰু কৃতজ্ঞতাসূচক কথা এষাৰ ক'বলৈ নোপোৱাত মোৰ মন আনন্দতকৈ গধুৰহে হ'ল। বৰকশ্বপৰ পৰা গাড়ীখন লৈ আহোতে আলোচনী আদি বিক্ৰী কৰা দোকান এখনৰ ওচৰতে গাড়ীখন ৰখোৱা হ'ল। মই আজি কিছুদিনৰ পৰা হোমেন বৰগোহাঞিৰ সম্পাদনাত প্ৰকাশ পাই অহা আলোচনী 'সাতসৰী'ত 'সৰু সৰু কথাৰ ফাকেদি' নামৰ এলানি লেখা লিখি আহিছো। সেই লেখাবোৰত কিছুসংখ্যক লোকৰ এষাৰ কথাই, তেওঁলোকে দেখুওৱা একোটা আচৰণে কেনেকৈ তেওঁলোকৰ স্বৰূপ একোটা ফুটাই তোলে, সেই কথাকে কেন্দ্ৰ কৰি একোখন ছবি

অংকন কৰি আহিছো আৰু তাৰ দ্বাৰা জনাসাধাৰণলৈ একোটা মেছেজ প্ৰেৰণ কৰাৰো প্ৰয়াস কৰি আহিছো। সেইদিনা 'সাতসৰী'ৰ ১৬-৩০ জুনৰ সংখ্যাটোত মোৰ লেখা প্ৰকাশ পাইছে বুলি ভাবি, সেই আলোচনীখন কিনাৰ উদ্দেশ্যে সেই দোকানখনৰ ওচৰত মোৰ গাড়ীখন ৰখোৱালো। মই গাড়ীৰ পৰা নমাৰ পিছতেই এজন চুলি পকা বয়সস্থ লোক মোৰ ওচৰত থিয় হৈ ক'লে—'আপুনি হুছেইনদা নহয় জানো?'

মই হয় বুলি কোৱাৰ লগে লগে মানুহজনে মোক গৰা মাৰি ধৰিলে। পুৰণি মানুহ লগ পোৱাৰ আনন্দ আৰু উল্লাসত আমি পুৰণা স্মৃতি ৰোমন্থন কৰাত লাগি গ'লো। এনেতে ওচৰতে থকা মিঠাইৰ দোকান এখনৰ পৰা হাতত মিঠাইৰ টোপোলা লৈ মহিলা এগৰাকী ওলাই আহি মানুহজনৰ ওচৰত ৰ'লহি।

মানুহজনে ক'লে—'হেৰা, মই যে কওঁ, হুছেইনদা এখেতেই সেই হুছেইনদা। আমাৰ বিয়াৰ পিছত মই তোমাক কোৱা গাজাবোৰ এই হুছেইনদাৰেই আছিল। এখেত মোতকৈ পাঁচ বছৰ আগতেই ৰিটায়াৰ হ'ল। কিন্তু দেখাত এতিয়াও মোতকৈ কম বয়সৰ হ'ব যেন লগা হৈ আছে। এইবুলি মোলৈ চাই ক'লে—হুছেইনদা আপোনাক ৰিটায়াৰ হোৱা মানুহ যেন নালাগেই।'

মানুহগৰাকীয়ে মোৰ মুখলৈ চাই ক'লে— 'আপোনাক মই ক'ৰবাত দেখিছো।' মই ক'লো—'ক'ত দেখিছিল, মনত পেলাওক চোন বাৰু।'

মানুহগৰাকীয়ে মনত পেলাব নোৱাৰিলে। মোৰ ক'বলৈ মন গৈছিল— মই সেইজনেই মানুহ, যিজনক আজি কেইবছৰমান আগতে মই ৰিটায়াৰ হোৱা বুলি কওঁতে আপুনি মোক মিছা কোৱা বুলি কৈছিল আৰু বাৰে বাৰে অনুৰোধ জনোৱা সত্বেও আপুনি মোৰ ব্লাড প্ৰেছাৰটো চাই নিদি মোক বাৰাণ্ডাত থিয় হৈ থাকিবলৈ কৈছিল। কিন্তু ক'ম বুলি ভাবিও কথাখিনি কোৱা নহ'ল আৰু সেই কথা নোকোৱাকৈয়েই তেওঁলোকৰ পৰা বিদায় লৈ মই দোকানখনৰ পিনে আগবাঢ়ি গ'লো।

# মোক হেনো ধুনীয়া দেখি

বিহু পতাকা উত্তোলনৰ অনুষ্ঠান শেষ হোৱাৰ পিছত দুজন উদ্যোক্তাই মোক এখন আচুতীয়াকৈ সজা ৰভাৰ তললৈ লৈ গ'ল। তাতেই বিহুৰ জলপান খোৱাৰ ব্যৱস্থা কৰিছে। মোৰ লগতে বহুকেইজন অতিথি। প্ৰথমতে টেবুলত আমাৰ সন্মুখত ডেস্কত একোখন কাগজৰ প্লেটত দৈ, চিৰা আৰু গুড় দি গ'ল। মই অতি বিনয়েৰে ক'লো—'মই আজিকালি দৈ নোখোৱা হৈছোঁ। দৈ খালে মোৰ তৎক্ষণাতে পানী লাগে। তাৰ পিছত কাহ আৰম্ভ হয়। তিনি বছৰ আগতে দৈ খোৱাৰ পিছত আৰম্ভ হোৱা কাহটো ভাল হওঁতে প্ৰায় তিনিমাহ লাগিল।' উদ্যোক্তা এজনে মোক অন্য এখন প্লেটত ক্ৰীম আৰু চিৰা দিলেহি। খালোঁ। তাৰ পিছত বাছি বাছি পিঠা কেইটামানো খালো। খাই বৰ ভাল লাগিল। এইদৰে খাই থাকোঁতে মন কৰিলো—অলপ দূৰত খাই থকা কেইগৰাকীমান মহিলাই মাজে মাজে মোলৈ চাই হাঁহে। মহিলা কেইগৰাকীক মই চিনি পাওঁ। মোৰ আগতে খোৱা হ'ল। খাই উঠি মই মহিলা কেইগৰাকীৰ ওচৰ পালোগৈ। তেখেতসকলক সুধিলো—'বাইদেউ, আপোনালোকে মোলৈ চাই হাঁহি থকা নাই জানো?'

এগৰাকীয়ে ক'লে—'অ' আপোনালৈয়েই চাই হাঁহি আছো। আমি আপোনাৰ কথাই পাতি আছো।'

'আপোনাৰ কথাই পাতি আছো' বুলি কোৱা শুনি মোৰ চিন্তাই লাগিল। মোৰ কথা কি-বা পাতিছে! ভালো পাতিব পাৰে, বেয়াও পাতিব পাৰে। মানুহে আজিকালি বদনামেই বেছিকৈ গায়। তথাপি ভাবিলো— মোৰনো বদনাম গাবলৈ কিটো আছে! মোৰ বিষয়ে ভাল কথাই পাতিছে চাগৈ! ভয়ে ভয়েই সুধিলো— 'মোৰ কথানো আপোনালোকে কি পাতিছে?' মহিলাকেইগৰাকীৰ ভিতৰৰে আটাইতকৈ বয়সস্থগৰাকীয়ে উত্তৰটো দিলে। এয়া এঠাইত হোৱা বিহু সন্মিলন এখনৰ কথা।

কেইবছৰমান আগতে মোক বিহু সন্মিলন এখনত পতাকা উত্তোলন কৰিবলৈ মাতিছিল। গতিকে সেই কামৰ বাবে নতুন ধুতী এখন কিনি পিন্ধি যোৱাই ভাল হ'ব বুলি ভাবি দোকান এখনলৈ গ'লো। ডাঙৰ দোকান। দ'ম দ'ম ধুতী আছে। দোকানীয়ে বিভিন্ন দামৰ আৰু বিভিন্ন কোৱালিটিৰ ধুতীবোৰ এফালৰ পৰা দেখুৱাই গ'ল। চাই গ'লোঁ। হাতেৰে চুয়ো চালো। এবিধ কাপোৰ পছন্দ হ'ল। মানে ভাল কোৱালিটিৰ। কিন্তু মই যেনেকুৱা ধৰণৰ পাৰি বিচাৰিছো, তেনেকুৱা পাৰিৰ ধুতী মোৰ চকুত নপৰিল। দোকানীক ক'লো—কাপোৰ পছন্দ হৈছে, কিন্তু মই বিচৰা ধৰণৰ পাৰি থকা ধুতী এখনো নাই। গতিকে যাওঁ, অন্য দোকানত চাওঁগৈ।'

দোকানীয়ে ক'লে—'ক'ত অন্য দোকানলৈ যায়! আমাৰ দোকানত এইখিনি ধুতীয়েই নহয়, আৰু আছে। আমাৰ দোকানৰ নিচিনা ষ্টক আপুনি আৰু ক'তো নাপাব। আপুনি কওঁকচোন, আপোনাক কেনেকুৱা ধৰণৰ পাৰি লাগে।'

মোক কেনেকুৱা ধৰণৰ পাৰি লাগে, সেই কথা মই বুজাব নোৱাৰা হ'লো। মই বহুত কথাই মানুহক বুজাব নোৱাৰো। মানে বুজাব পৰাকৈ ভাষা নোলায়। সেই কাৰণে সৰু-সুৰা কথাৰ বৰ্ণনা মই দিব নোৱাৰো। এইকণ গুণ ঈশ্বৰে মোক নিদিলে। দোকানীয়ে মোক আৰু ধুতী আনি দেখুৱালে। নাই, তাতো মই বিচৰা ধৰণৰ পাৰি থকা ধুতী নাই। মই অন্য দোকানলৈ যাওঁ বুলি বহাৰ পৰা উঠিলো। দোকানীয়ে কিন্তু মোক যাবলৈ নিদিয়ে।

'কওকচোন, আপোনাক কেনেকুৱা পাৰি লাগে?'

নাই, মই পাৰিৰ বিৱৰণ দিব পৰা নাই। দোকানীয়েও নেৰে। উপাই নাপাই এবাৰত ক'লো—'মোক যোগেন ভূঞাই পিন্ধা ধুতীৰ দৰে পাৰি লাগে।'

দোকানীয়ে ক'লে—'যোগেন ভূঞা। কোন যোগেন ভূঞা?'

মই ক'লো—'সেই যে যোগেন ভূঞা। সদায়েই যে ধুতী পিন্ধি থাকে, সেই যোগেন ভূঞা।'

সেইজননো কোন যোগেন ভূঞা সেই কথা চিন্তা কৰি দোকানীজন চিন্তাত নিমগ্ন হ'ল। দোকানীজনে বাওঁফালে একেথৰে চাই চাই ভাবি থাকি এবাৰত গাদীত বহি থকা আন এজন বয়সস্থ দোকানীৰ মুখলৈ চাই সুধিলে—'কোন যোগেন ভূঞা?'

বয়সস্থ দোকানীজনে কিবা এটা নতুন বস্তু আবিষ্কাৰ কৰাৰ আনন্দৰে উত্তৰ দিলে—'অ' বুজিছো, সেই যে যোগেন বাবু।' ময়ো টপৰাই তেওঁৰ কথাত যোগ দিলো—'অ' অ', সেই যে যোগেন বাবু।' দোকানীজনৰ মাত-কথাৰ পৰা

বুজিলো—'মানুহজন বেংগলী সম্প্রদায়ৰ। এইবাৰ বৃদ্ধ দোকানীজনে চিলিঙৰ ওপৰত উঠি থকা ল'ৰাজনক ধুতীৰ আৰু এটা বাণ্ডোল তললৈ পেলাই দিবলৈ ক'লে। কথা মতেই আৰু এটা বাণ্ডোল গাদীত পৰিলহি। সেই বাণ্ডোলৰ পৰাও এখন এখনকৈ ধুতী উলিয়াই ডেকা দোকানীজনে মোক দেখুৱাই গ'ল। কিন্তু মই বিচৰা পাৰিৰ ধুতী এইবাৰো মোৰ চকুত নপৰিল। মই ক'লো—

'বেয়া নাপাব, মই বিচৰা ধৰণৰ পাৰি এই বাণ্ডোলতো নাই। মই অন্য দোকানত চাই আহো বাৰু।'

যোগেন ভূঞা মানে ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞা। বিশিষ্ট লেখক। তেখেতে সদায়েই ধুতী আৰু শুধ বগা পাঞ্জাবী-কুৰ্তা পিন্ধে। দেখিলেই ভাল লাগে। সদায় কাচা ইস্ত্ৰী থাকে। এদিন মই তেখেতক সুধিলো—'হেৰি, আপোনাৰ এনেকুৱা ধুতী-পাঞ্জাবী কেইযোৰ আছে?'

তেখেতে হাঁহি মাৰি ক'লে—'এযোৰেই, এযোৰেই, মই এইযোৰকে এনেকুৱা ভালকৈ পিন্ধো যে ই কোনোদিন লেতেৰা নহয় আৰু ইয়াৰ ইস্ত্ৰীও কোনোদিন নাভাগে। কিন্তু মানুহে ভাবে যে মোৰ এনেকুৱা কাপোৰ বহুযোৰ আছে। আচলতে নাই। এই কথা কিন্তু আপুনি কাকো নক'ব। নহ'লে মানুহে মোক দুখীয়া বুলি ভাবিব।'

যোগেন ভূঞা এগৰাকী ৰসিক ব্যক্তি। তেখেতে নিজেও মিচিকিয়াই হাঁহিব জানে আৰু আনকো মিচিকিয়াই হঁহুৱাব পাৰে। কেৱল মিচিকিয়াই নহয়, ঢেক ঢেক কৰিও হঁহুৱাব পাৰে।

অৱশেষত, সেইদিনা বহুত দোকান ঘূৰি যোগেন ভূঞাৰ পাৰিৰ নিচিনা ধুতী এখন যেনিবা বিচাৰি পালো।

মই ১৯৬৪ চনৰ পৰাই বিহুত, শংকৰদেৱৰ তিথি আদিত কোনোবাই কিবা বাব দি মাতিলে ধুতী আদি পিন্ধি যোৱাৰ অভ্যাস এটা কৰিছিলো। এতিয়াও মাজে মাজে বিশেষ একোটা অনুষ্ঠানত ধুতী পিন্ধো। প্ৰথম প্ৰথম ধুতী পিন্ধিবলৈ লওঁতে ৪/৫ জনমান লগ লাগি মোক ধুতী পিন্ধিবলৈ শিকাইছিল। পিছত যেনিবা মই নিজেই পিন্ধিব জনা হ'লো। আজিকালি অৱশ্যে আগৰ নিচিনাকৈ ধুনীয়াকৈ পিন্ধিব নোৱাৰো। হ'লেও বৰ বেয়া নহয়।

সকলো মানুহে অৱশ্যে ধুতী ধুনীয়াকৈ পিন্ধিব নোৱাৰে। অলপতে বিশিষ্ট সাংবাদিক, দৈনিক অসম কাকতৰ সম্পাদক ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীক বিহু সন্মিলন এখনত পতাকা উত্তোলন কৰিবলৈ মাতিছিল। তেখেতে ইমান ধুনীয়াকৈ ধুতীখন

পিন্ধিছে যে দেখিয়েই কিবা বেলেগ ভাল লাগি গৈছে। তেখেতে ধুতীখন এনেদৰে পিন্ধিছে যে তেখেতৰ কলাফুল দুটা আচলতে আছে নে নাই, সেই কথা ধৰিবই নোৱাৰা হৈছে।

এইবাৰ যিখন বিহুৰ পতাকা উত্তোলন অনুষ্ঠানলৈ মোক নিমন্ত্রণ কৰিছিল, তালৈ মোক কোনো বাব দি মতা নাছিল। অন্য লোকক যেনেকৈ মাতিছে, মোকো তেনেকৈয়ে মাতিছিল। হ'লেও মোক উদ্যোক্তাসকলে বেছ আদৰ-সাদৰ কৰিছিল। মই এইখন বিহু সন্মিলনলৈ যাওঁতে ধুতী পিন্ধি যোৱা নাছিলো। সেই বুলি লংপেণ্ট পিন্ধিও যোৱা নাছিলো। পায়জামা আৰু কুৰ্তা পিন্ধি গৈছিলো। মই ধুতী পিন্ধি নগ'লেও এই অনুষ্ঠানলৈ বহুলোকেই ধুতী পিন্ধি গৈছিল। মই আজিকালি, আজিকালি নহয়, বহুত আগৰ পৰাই ধুতী পিন্ধা মানুহ দেখিলেই তেওঁলোকে ঠিকমতে পিন্ধিব পাৰিছে নে নাই, সেই কথা বৰ লক্ষ্য কৰোঁ। এজন বয়সস্থ মানুহক দেখিলো—

তেখেতৰ পোন্ধটোৰেদি এটা দমৰা গৰু সহজে পাৰ হৈ যাব পাৰিব। বুজিলো—তেখেতৰ ধুতী পিন্ধাৰ অভ্যাস সমূলি নাই। সেইদিনা বিহু বুলি কোনো ৰকম পিন্ধিছে। এই মানুহগৰাকীলৈ চাই থাকোতে মোৰ মনত পুৰণা কথা এটাই ভুমুকি মাৰিলেহি। এই কথা মই অইন ক'ৰবাত কৈছোঁও।

এক ভিতৰুৱা অঞ্চল। প্ৰথম প্ৰথম বাছ চলাচল আৰম্ভ হৈছে। সেই অঞ্চলৰ মানুহে তাৰ আগতে বাছনো কেনেকুৱা বস্তু সেই কথা দেখাই নাছিল। তেতিয়া বাছত আপাৰ ক্লাছ আৰু ল'ৱাৰ ক্লাছ আছিল। আপৰ ক্লাছৰ ভাড়া বেছি। আপাৰ ক্লাছত কাঠৰ বেঞ্চ থাকে। তাত লংপেণ্ট পিন্ধা মানুহ বহে। ল'ৱাৰ ক্লাছত বেঞ্চ নাছিল। বাছৰ মজিয়াত ফটা-ছিটা তিৰ্পাল পৰা থাকে। তাতেই পেছেঞ্জাৰসকল বহে। যাত্ৰীৰ ভিৰো যথেষ্ট হয়। ভাড়াৰ নিৰিখো নিৰ্ধাৰিত নহয়। কণ্ডাক্টৰৰ মুখত যিদিনা যিটো ভাড়া ওলায়, সেইদিনাৰ বাবে সেইটোৱেই ভাড়া। কেতিয়াবা কণ্ডাক্টৰে কয়—

'অ' দি যাওক, দি যাওক, এটকা বাৰ অনা দি যাওক।' সেইদিনাৰ ভাড়া সেইটোৱে। খং উঠি থাকিলে সেই একেই দূৰত্বৰ বাবে কণ্ডাক্টৰৰ মুখত ওলায়— 'অ' দি যাওক দুটকা ভাড়া দি যাওক।' সেইদিনাৰ বাবে দুটকা ভাড়া। কেনেও একো আপত্তি নকৰে। আপত্তি কৰিলেই বাছ বন্ধ কৰি দিব।

সেইদিনা ল'ৱাৰ ক্লাছৰ মজিয়াত বহি থকা পেছেঞ্জাৰ এজনে বাটত এঠাইত নামিব খুজিলে। বাছ ৰখালে। কিন্তু পেছেঞ্জাৰজন বহাৰ পৰা উঠিব নোৱাৰা হ'ল।

তেওঁ ছিপ মাৰি উঠিব খোজে, কিন্তু উঠিব নোৱাৰে। এইদৰে কেইবাবাৰো চেষ্টা কৰাৰ পিছত উঠিব নোৱাৰা হোৱাত বাছখনত হুৱা  ৱা লাগিল। অৱশেষত কেইজনমান সহযাত্ৰীয়ে মানুহজনক দাঙি উঠাবলৈ খোজাত দেখা গ'ল—মানুহজনৰ পিছফালে বহি থকা কেইজনমান যাত্ৰীয়ে সেই উঠিব নোৱাৰা মানুহজনৰ ধুতীৰ পোন্ধটো খুলি-মেলি লৈ তাত আৰাম কৰি বহি আছে। পোন্ধটো মানুহকেইজনে কেতিয়া খুলিলে তেওঁ গমেই পোৱা  নাছিল। বাছখনৰ যাত্ৰীসকলৰ মাজত হাঁহিৰ ৰোল উঠিল।

সেইদিনা বিহু পতাকা উত্তোলন অনুষ্ঠানৰ পিছত আত্মীয়া ৰভাঘৰত বিহুৰ জলপান খাই থাকোতে মোলৈ চাই বহি থকা মহিলাকেইগৰাকীৰ ভিতৰত আটাইতকৈ বয়সস্থ গৰাকীয়ে সুধিলে—'আপুনি আজি ধুতী আৰু পাটৰ পাঞ্জাবী-কুৰ্তা পিন্ধি নাহিল কিয়।'

মই থতমত খাই গ'লো। মই সুধিলো—'কিয়, কিয় সুধিছে বাইদেউ?'

মহিলাগৰাকীয়ে ক'লে—'আপোনাক ধুতী পাঞ্জাবী পিন্ধিলে বৰ ধুনীয়া দেখি।' লগতে আন এগৰাকীয়ে যোগ দি ক'লে—'একদম দৰা দৰা লাগে।' এইবুলি কৈ তেখেতে খুকখুকাই হাঁহি দিলে। লগতে বাকীসকলেও হাঁহিলে।

ময়ো হাঁহি হাঁহি ক'লোঁ—'বাইদেউ, আপোনালোকৰ মুখত ফুল-চন্দন পৰক। মোৰ বয়স এতিয়া সত্তৰৰ ওচৰা-উচৰি। কিন্তু মই যে কেতিয়াবা দেখিবলৈ ধুনীয়া হওঁ সেই কথা মোৰ জীৱনত এয়া প্ৰথমবাৰৰ বাবে শুনিলো। আপোনালোকক অশেষ ধন্যবাদ।' মানুহকেইগৰাকীৰ কথা শুনি মোৰ মন আনন্দৰে ভৰি পৰিল।

ঘৰলৈ ঘূৰি অহাৰ পিছত মোৰ মুখত হাঁহি এটা লাগি থকাই হ'ল। ডাঙৰ নাতিনীজনীয়ে মোৰ মুখৰ এই হাঁহি লক্ষ্য কৰি সুধিলে—'তুমি এইদৰে হাঁহি আছা কিয়?'

মই ক'লো—'ধুতী পাঞ্জাবী পিন্ধিলে মোক হেনো বৰ ধুনীয়া দেখি, হয়নে?' 'হয় হয়, ধুনীয়া দেখি। কিন্তু তোমাক এনেয়েও ধুনীয়া দেখি।' নাতিনীৰ কথাই মোৰ মনত আনন্দৰ এক নতুন ঢৌ বোৱালে।

# মই আৰু কেইগৰাকীমান চিকিৎসক

মই বিছনাত শুই শুই কথাবোৰ কৈ যাওঁতে এটা সময়ত মন কৰিলো নিৰ্মল আৰু নমিতাই মোৰ কথা শুনি দুজনে সিজনৰ মুখলৈ চাই মিচিক্-মাচাক্কৈ হাঁহি আছে। কিয় তেনেকৈ হাঁহিছে সেই কথা যাবৰ সময়ত তেওঁলোকে নিজেই কৈ গ'ল। ময়ো বৰ আনন্দিত হ'লো।

কিছুদিন হ'ল। মই এদিন আবেলি ৰমেনৰ ঘৰলৈ গৈছিলো। ৰমেন মোৰ এক পুৰণা বন্ধু। বয়সত মোতকৈ অলপ সৰু। আচলতে নিৰ্মল, নমিতা, ৰমেন —এইবোৰ আচল নাম নহয়। লিখাৰ সুবিধাৰ্থে মই এইবোৰ দি লোৱা নামহে। সেইদিনা কথা পাতি থাকোতে ৰমেনে কিছুদিনৰ পৰা ভুগি থকা ৰোগটোৰ কথাও ক'লে।

মই ৰমেনক ক'লো—'যদি ৰোগটো অপাৰেশ্যান নকৰিলে নহয়েই অপাৰেশ্যান কৰি নেপেলোৱা কিয়?'

ৰমেনে ক'লে—'অপাৰেশ্যান কৰাৰ কথা ময়ো কিছুদিনৰ পৰা ভাবিয়েই আছিছো। কিন্তু কোন ডাক্তৰৰ হতুৱাই অপাৰেশ্যান কৰোৱাওঁ সেইটোহে ঠিক কৰিব পৰা নাই।' এই কথা শুনি মই তেওঁক এজন ডাক্তৰৰ নাম ক'লো। এই ডাক্তৰজনক মই কিন্তু চিনি নাপাওঁ। কাৰোবাৰ মুখত মই তেওঁৰ নামটোহে শুনিছিলো।

মই কোৱা ডাক্তৰজনৰ নামটো শুনি ৰমেনে ক'লে—' মই তেখেতৰে পেছেণ্ট। কিন্তু তেখেতৰ হতুৱাই মোৰ অপাৰেশ্যানটো কৰাবলৈ মোৰ মন যোৱা নাই।' 'কিয়, কিয় মন যোৱা নাই?' মই সুধিলো।

ৰমেনে ক'লে—ডাক্তৰজনে মুখখন বৰ গোমোঠা কৰি থাকে। ৰোগীৰ লগত ভালকৈ কথাই নাপাতে। কিবা এটা সুধিলেও উত্তৰেই দিব নোখোজে।

কোনো কথা বুজায়ো নকয়। গতিকে তেখেতক মোৰ মুঠেই ভাল নালাগে।'

ৰমেনৰ কথাত মই কোনো মন্তব্য নিদিলো। কিন্তু ৰমেনৰ কথাষাৰ বৰ তাৎপৰ্যপূৰ্ণ। আচলতে সকলো ৰোগীয়ে বা আন মানুহেও সকলো ডাক্তৰৰ পৰা এষাৰি মিঠা মাত আৰু মধুৰ ব্যৱহাৰ আশা কৰে। তাকে নাপালে বহু ৰোগীয়ে মনত বৰ দুখো পায়। আনহাতে ডাক্তৰ এজনৰ আচাৰ-ব্যৱহাৰ আৰু কথা-বতৰাৰ ওপৰতো ডাক্তৰ হিচাপে তেখেতৰ জনপ্ৰিয়তাৰ বহুখিনি কথা নিৰ্ভৰ কৰে।

যি কি নহওক, ৰমেনৰ ওচৰৰ পৰা অহাৰ কিছুদিনৰ পিছতেই, মানে মে' মাহৰ পহিলা তাৰিখে ময়ো ডাক্তৰৰ ওচৰলৈ যাবলগীয়া হ'ল। সেইদিনা মোৰ পেচাবটো প্ৰায় বন্ধ হোৱাৰ নিচিনাই হ'ল। সন্ধিয়া লৰালৰিকৈ মোৰ ডাঙৰ জীয়ৰী নিকুমণিক লগত লৈ ডাঃ ব্ৰজেন লহকৰৰ ওচৰ পালোগৈ। ডাঃ লহকৰ ডাউন টাউন হাস্পতালৰ ডাক্তৰ। তেওঁৰ পৰিবাৰ ৰবীও (ঘৰত মতা নাম) এগৰাকী ডাক্তৰণী। ডাক্তৰণী মানে ডাক্তৰৰ পৰিবাৰ ডাক্তৰণী নহয়। তেওঁ সঁচাসঁচিকৈ ডাক্তৰণী। তেওঁলোকৰ লগত আমাৰ ঘৰুৱা সম্পৰ্ক আছে। তেওঁলোক দুয়োৰে মুখত হাঁহিৰ ৰেখ এটা অনবৰত লাগিয়েই থাকে। ব্যৱহাৰ-পাতি, কথা-বতৰা অত্যন্ত মধুৰ। সেয়ে সকলো ৰোগীয়েই বা অন্য মানুহেও তেওঁলোকক বৰ ভাল পায়। তেওঁলোক দুয়োৰে এক মোহনীয় ব্যক্তিত্ব আছে। যিকোনো লোকক যিকোনো প্ৰকাৰে সহায় কৰাটোও তেওঁলোকৰ এক অলিখিত ধৰ্ম। মেডিচিনৰ ডাক্তৰ ব্ৰজেন লহকৰৰ ভাল ডাক্তৰ বুলি সুনাম আছে।

ব্ৰজেনে ৰাতিটোৰ বাবে মোক কিবা-কিবি ঔষধ লিখি দিলে আৰু পিছদিনা ডাউন টাউন হাস্পতালৰ ইমাৰজেন্সি ইউনিটলৈ আহিবলৈ পৰামৰ্শ দিলে। সেই হিচাপে পিছদিনা পুৱাই উক্ত হাস্পতালত গৈ হাজিৰ হ'লোগৈ। সেই সময়ত ডাঃ এছ বি ফকীৰ নামৰ ডাক্তৰ এগৰাকী ডিউটিত আছিল। তেখেতক মই আগতে লগ পোৱা নাছিলো। কিন্তু তেখেতৰ কথা-বতৰা, আচাৰ-ব্যৱহাৰ মই বৰ ভাল পালো। তেখেতে পাইপ এডাল লগাই পেচাব গৈ থকাৰ ব্যৱস্থাটো কৰি দিলে আৰু ইউৰ'লজিষ্ট এগৰাকীক লগ কৰিবলৈ মোক পৰামৰ্শ দিলে। গতিকে হিচাপ মতে মই এজন ইউৰ'লজিষ্ট বিচাৰি যাব লাগে।

এনেতে এবাৰ এজন ৰোগীয়ে ডাক্তৰ বিচাৰি ফুৰাৰ কথা এটা মোৰ মনত পৰিল।

এবাৰ এগৰাকী মহিলাৰ কিবা এটা অসুখ হোৱাত কোন ডাক্তৰক দেখুৱাব

সেই কথা লৈ চিন্তাত পৰিল। এদিন ডাক্তৰৰ চেম্বাৰ বিচাৰি বিচাৰি অৱশেষত এজন ডাক্তৰৰ চেম্বাৰত সোমাল। ডাক্তৰে সুধিলে—'কাৰ অসুখ?'

ক'লে—'ছাৰ মোৰেই অসুখ। কিন্তু অসুখটোনো কি হৈছে মই হ'লে একো ধৰিবই পৰা নাই।'

ডাক্তৰে ক'লে—'আপোনাক নোচোৱাকৈয়ে আপোনাৰ অসুখ কি হৈছে মই কিন্তু কৈ দিব পাৰিম।'

এই কথা শুনি মহিলাগৰাকী বৰ আনন্দিত হ'ল আৰু লগত নিয়া ছোৱালীজনীক মনে মনে ক'লে—'দেখিছ মই তোক কৈছিলো নহয়, এইজন ডাক্তৰেই ভাল ডাক্তৰ হ'ব।' এইবুলি ডাক্তৰৰ ফালে চাই সুধিলে—'কওকচোন ছাৰ, মোৰ অসুখটোনো কি?'

ডাক্তৰে ক'লে—'আপোনাৰ অসুখটো হ'ল- আপুনি চকুৰে কম দেখে। সেই কাৰণে বাহিৰত 'পশু চিকিৎসকৰ চেম্বাৰ' বুলি লিখি থোৱা চাইন ব'ৰ্ডখন আপুনি নেদেখিলে।'

মই অৱশ্যে মোৰ বেলিকা ইউৰ'লজিষ্ট এজন বিচাৰি ফুৰিবলগীয়া নহ'ল। ছাৰ্ভেৰ ওচৰত থকা চেন্ট্ৰেল নাৰ্ছিং হোমৰ ইউৰ'লজিষ্ট ডাঃ সুজিত শইকীয়াক মোৰ প্ৰষ্টেট গ্লেণ্ডৰ প্ৰব্লেমটো আগৰ পৰাই দেখুৱাই আছিলো। কেইমাহমানৰ আগতে তেখেতে মোক অপাৰেশ্যন কৰাৰ কথাই কৈছিল। মইহে ভয়তে কৰা নাছিলো। ভয় কৰাৰ অৱশ্যে কাৰণো আছিল।

কেইবছৰমান আগতে মই মোৰ হাৰ্নিয়াৰ অপাৰেশ্যন কৰাইছিলো। সেইদিনা অপাৰেশ্যন কৰি থাকোঁতেই মই প্ৰায় এঘণ্টামান ভালকৈ উশাহ-নিশাহ ল'ব নোৱাৰি ছটফট্ ধৰফৰ্ কৰি আছিলো। অপাৰেশ্যন টেবুলতে মোৰ বমিও হ'ল। গতিকে ডাঃ শইকীয়াই অপাৰেশ্যন কৰাৰ কথা কওঁতে মোৰ সেই দৃশ্যটোলৈ মনত পৰি গ'ল। ডাঃ শইকীয়াক কথাখিনি কওঁতে তেখেতে ক'লে— আপুনি সেইবোৰ কথা চিন্তা নকৰিব। আমি তেনেকুৱা হ'বলৈ নিদিও নহয়।'

পিছে মই অপাৰেশ্যন কৰাৰ ভয়তে ছমাহমান তেখেতৰ পৰা প্ৰায় পলাই ফুৰাৰ দৰেই থাকিলো। কিন্তু সেইদিনা বাধ্যত পৰি ডাঃ শইকীয়াৰে আকৌ শৰণাপন্ন হ'লোগৈ। তেখেতে মোক দেখিয়েই যিটো হাঁহি মাৰিলে মোৰ মন ভাল লাগি গ'ল। ডাঃ সুজিত শইকীয়াও এগৰাকী মিঠামুখীয়া অতি ভদ্ৰ আৰু অমায়িক ব্যক্তি। তেখেতৰ অকণো ইগ' বা ভেম-চেম নাই। কিবা সুধিলেও সুন্দৰকৈ বুজাই দিয়ে। এগৰাকী সুদক্ষ ইউৰ'লজিষ্ট হিচাপেও তেখেতৰ এক

সুনাম আছে। ডাঃ শইকীয়াই হাঁহি হাঁহি ক'লে—'এইবাৰ অপাৰেশ্যন নকৰাকৈ আপোনাক নেৰিছো কিন্তু।'

মোৰো আপত্তি কৰাৰ কোনো থল নাথাকিল। যি হয় হ'ব— এনে এটা ভাবৰ দ্বাৰাই পৰিচালিত হ'লো। ইতিমধ্যে তেখেতে দিয়া কিবাকিবি ঔষধ খাই ছ'ন'গ্ৰাফী আদি কৰি মেং মাহৰ ৯ তাৰিখে নাৰ্ছিং হোমত ভৰ্তি হ'লো।

ইফালে পহিলা তাৰিখৰ পৰা ৮ তাৰিখলৈকে ঘৰত পৰি থাকোঁতে খাব-বব নোৱাৰি মোৰ অৱস্থা কাহিল হৈ পৰিল। আচলতে ভয়ৰ কাৰণেই এনেকুৱা হ'ল।

নাৰ্ছিং হোমত ভৰ্তি হোৱাৰ পিছত বিভিন্ন পৰীক্ষা-নিৰীক্ষা চলাই থকাৰ সময়ছোৱাত এদিন মোৰ ওচৰলৈ ডাঃ অজিত ডেকা আহিল। তেখেতেই মোক এনাস্থেছিয়া দিব। ডাঃ ডেকাৰ মুখত লাগি থকা গাম্ভীৰ্যপূৰ্ণ হাঁহিটো দেখিয়েই তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধাৰ ভাব এটা জাগি উঠিল। তেখেতৰ কথা-বতৰা আৰু ব্যক্তিত্বই মোক তৎক্ষণাতে মুহি পেলালে। তেখেতে মোক হাৰ্নিয়াৰ অপাৰেশ্যন কৰোঁতে মই সন্মুখীন হোৱা সমস্যাটোৰ সম্ভাব্য কাৰণ কি হ'ব পাৰে, সেই কথা অতি সুন্দৰ ভাৱে বুজাই দিলে আৰু এইবাৰ যাতে তেনেকুৱা ধৰণৰ সমস্যাৰ উদ্ভৱ নহয় সেই মৰ্মে সকলো ধৰণৰ সতৰ্কতামূলক ব্যৱস্থা লোৱা হ'ব বুলি আশ্বাস দিলে। ডাঃ ডেকাৰ বুজনিত অপাৰেশ্যনৰ প্ৰতি মোৰ ভয়ৰ ভাবটো আধা-আধি নাইকিয়া হোৱা যেনেই লাগিল।

ডাঃ ডেকাৰ লগত এনাস্থেচিয়া দিয়া আৰু এগৰাকী ডাঃ আছিল। তেখেত ডাঃ যোগেন্দ্ৰ নাৰায়ণ গোস্বামী। তেখেতৰো মুখখন আৰু কথা-বতৰাত মানুহক মুহিব পৰা কিবা এটা আছে। তেখেতো বৰ ভদ্ৰ আৰু অমায়িক ব্যক্তি। সেইটো নাৰ্ছিং হোমত ডাঃ প্ৰণৱ কুমাৰ দাস নামৰ আন এগৰাকী ডাক্তৰেও মোক শেষৰফালে চোৱা-চিতা কৰিছিল। তেখেতৰো কথা-বতৰা, আচাৰ-ব্যৱহাৰে মোক বাৰুকৈয়ে মুগ্ধ কৰিলে। দেখিলো, মোক চোৱা-চিতা কৰা নাৰ্ছসকলো বৰ ভাল।

এইখিনিতে অন্য এগৰাকী নাৰ্ছৰ কথা কওঁ। এবাৰ এখন নাৰ্ছিং হোমত সংকটাপন্ন অৱস্থাত থকা এজন ৰোগীক চাই ডাক্তৰে নাৰ্ছক ক'লে— 'মোক আপোনালোকে খবৰ দিয়াত কিয় ইমান দেৰি কৰিলে? মই এতিয়া কি কৰিম? ৰোগীৰতো এতিয়া মৃত্যুয়েই হ'ল।'

ডাক্তৰৰ কথা শুনি ৰোগীজনে মাত লগালে—'ছাৰ, ক'তা, মইতো মৰা নাই।'

ৰোগীজনৰ কথা শুনি নাৰ্ছে ৰোগীজনক ক'লে—'ইহ, ই আমাৰ ডাক্তৰ ছাৰতকৈ বেছি জনা ওলালে। ডাক্তৰ ছাৰে ক'লেই ই মৰিল বুলি। ই এতিয়া আকৌ ক'বলৈ আহিছে সি মৰা নাই বুলি।'

মই নাৰ্ছিং হোমৰ বিছনাত পৰি থাকোঁতে এদিন নাৰ্ছ এগৰাকীৰ চকু মোৰ ভৰি এখনলৈ গ'ল। তেখেতে মোক সুধিলে— 'এইবোৰ কিহৰ দাগ?'

ক'লো—'জানো, কিহৰ দাগ।'

নাৰ্ছগৰাকীয়ে ক'লে—'কোনোবা স্কীনৰ ডাক্তৰক দেখুৱাই ল'বচোন।'

এইগৰাকী নাৰ্ছৰ কথা শুনি মোৰ সেই চৰ্মৰোগৰ বিশেষজ্ঞজনলৈ মনত পৰিল। এবাৰ এজন লোকে চৰ্মৰোগৰ বিশেষজ্ঞগৰাকীক সুধিলে—'আচ্ছা, আপুনি চৰ্মৰোগৰ বিশেষজ্ঞ কিয় হ'ল? অন্য বিষয় নল'লে কিয়?'

বিশেষজ্ঞজনে ক'লে— 'ইয়াৰ কাৰণ প্ৰধানতঃ দুটা। প্ৰথম, এই ৰোগৰ ৰোগীয়ে কেতিয়াও মাজনিশা আহি ডাক্তৰক আমনি নকৰে। দ্বিতীয়তে, এই ৰোগত কোনো ৰোগী নমৰে।'

অৱশেষত ১২ মে'ত সুকলমে মোৰ অপাৰেশ্যন হৈ গ'ল । কোনোধৰণৰ জটিলতাৰ সৃষ্টি নহ'ল। মনটো ভাল লাগিল। অপাৰেশানৰ নাৰ্ছিং হোমৰ বিল কিমান হ'ব, বিছনাত পৰি থাকোতে, সেই কথাও মনলৈ অহা হ'ল। এইবোৰ কথা ভাবি থাকোতে সেই যুৱকজনৰ কথাও মনলৈ অহা হ'ল।

এবাৰ এঠাইত এজন যুৱকে আহি ডাক্তৰক ক'লেহি—'ছাৰ আপুনি যে আপোনাৰ ওচৰত চিকিৎসা কৰিলে মই সোনকালেই খোজকাঢ়ি ফুৰিব পাৰিম বুলি যে কৈছিল, কথাটো কিন্তু সঁচা ছাৰ।'

ডাক্তৰে এই কথা শুনি বৰ আনন্দিত হ'ল আৰু যুৱকজনক ক'লে—'তুমি এই কথা আনকো ক'বা।'

'মই এই কথা ইতিমধ্যে বহুতক কৈছোৱেই যে ছাৰৰ ওচৰত চিকিৎসা কৰোৱা বাবে মোৰ যি টকা পইচা আছিল সেইবোৰতো শেষ কৰিলোৱেই, অৱশেষত মই নতুনকৈ কিনা গাড়ীখনো বিক্ৰী কৰিবলগীয়া হ'ল। সেই কাৰণেই ছাৰ, আজি মই আপোনাৰ ওচৰলৈ খোজকাঢ়িয়েই আহিছো।'

মোৰ ক্ষেত্ৰত যেনিবা এনেকুৱা নহ'ল। অৱশেষত ১৮ মে'ত ৰিলিজ দিলে। অসুখ হোৱা খবৰ পাই বহুসংখ্যক লোক মোৰ খবৰ ল'বলৈ নাৰ্ছিং হোমলৈ গ'ল। ঘৰলৈও আহিল। বহুসংখ্যকে আহিব নোৱাৰি ফোনেৰেও খবৰ ল'লে। বহুতে বহু ধৰণেৰে সহায় কৰি মোৰ প্ৰতি সদ্ভাৱ প্ৰদৰ্শন কৰিলে।

মোৰ খবৰ লোৱা, মোক সহায় কৰা সকলোটিকে মই সদায়েই অতি কৃতজ্ঞতাৰে সোঁৱৰণ কৰো। ঘৰলৈ অহাৰ পিছত নিৰ্মল আৰু নমিতায়ো এদিন মোৰ খবৰ ল'বলৈ আহিল।

নিৰ্মল এজন অৱসৰপ্ৰাপ্ত উচ্চ বিষয়া। বয়সত মোতকৈ কেইবাবছৰো সৰু। তেখেতসকলক মই বিছনাত শুই শুয়ে ওপৰত কৈ অহা ডাক্তৰসকলৰ মধুৰ ব্যৱহাৰ আৰু আচৰণৰ কথা কৈ থাকোতে দুবছৰমানৰ আগতে আন এখন নাৰ্ছিং হোমত মোৰ বন্ধু এজন চিকিৎসাধীন হৈ থাকোতে মই লগ পোৱা আন এজন ডাক্তৰৰ কথাও ক'লো। মই বন্ধুজনৰ খবৰ ল'বলৈ গৈ তেওঁৰ কমত বহি থাকোতে ডাক্তৰজন আহি সোমালহি। ডাক্তৰজনে বন্ধুজনৰ লগত যি সহৃদয়তাৰে কথা পাতিলে, সেই কথা দেখি মই তবধ মানিলো। ভাবিলো—ডাক্তৰৰ ব্যৱহাৰ ৰোগীৰ প্ৰতি সঁচাকৈয়ে এনেকুৱাই হ'ব লাগে। ডাক্তৰজনে ওলাই যোৱাৰ পিচত বন্ধুৱেও ডাক্তৰৰ এসোপা গুণ বখানিলে।

মই এই ডাক্তৰজনৰ কথা কৈ থাকোতে নিৰ্মল আৰু নমিতাই ইজনে সিজনৰ মুখলৈ চাই মিচিক-মাচাক হাঁহি আছিল। এনেতে মোৰ খবৰ ল'বলৈ মানুহ অহাত তেওঁলোক যাবলৈ থিয় হৈ ক'লে— 'দাদা, আপুনি শেষত কোৱা সেই ডাক্তৰজনলৈকে আমাৰ সৰু ছোৱালীজনীক বিয়া দিম বুলি ভাবিছো। আপোনাৰ মুখতো তেওঁৰ প্ৰশংসা শুনি বৰ ভাল লাগিল।'

মই একপ্ৰকাৰ চিঞৰিয়েই ক'লো। হাঁ কি ক'লে। সঁচা? কথাটো শুনি বৰ ভাল পালো দেই। বৰ ভাল জোঁৱাই পাইছে। মোক কিন্তু বিয়াৰ আগতেই মাতি নি ভালকৈ এসাঁজ খুৱাব লাগিব।'

'খুৱাম, খুৱাম নিশ্চয় খুৱাম। আপোনাকতো খুৱাবই লাগিব।' এইবুলি আনন্দ মনেৰে মুখত হাঁহি একোটা লৈ তেওঁলোক মোৰ কোঠাৰ পৰা ওলাই গ'ল। ময়ো বৰ আনন্দিত হ'লো।

# মোৰ বৰ লাজ লাগিছিল

বৰুৱাই ক'লে—'দাদা, আপোনাক দেখিলেই মোৰ বৰ লাজ লাগে। সেই কাৰণে মই আপোনাৰ ওচৰ চাপিব নোখোজো। বৰুৱা মানে মোৰ এগৰাকী চিনাকি ব্যক্তি। বয়সত মোতকৈ সৰু বাবে মোক দাদা বুলি মাতে। মোৰ কথাটো অৱশ্যে সুকীয়া। মই মোতকৈ বয়সত সৰু মানুহকো বহু সময়ত দাদা বুলি মাতো। দাদা বুলি মাতিলে কিয় জানো ভাল লাগে। দাদা শব্দটোৰ একোটা মহিমাও আছে।

দাদাৰ কথা মনলৈ অহাৰ লগে লগে মোৰ পুৰণা কথা এটা মনত পৰিছে।

মই তেতিয়া তিনিচুকীয়াত চাকৰি কৰি আছো। মন্ত্ৰী ৰামেশ্বৰ ধানোৱাৰ গৈ তিনিচুকীয়াৰ আৱৰ্ত ভৱনত এক নম্বৰ কোঠাত, মানে ভি আই পি ৰূমত আছেগৈ। তেতিয়া উক্ত আৱৰ্ত ভৱনত ভি আই পি ৰূম এটাই আছিল। মন্ত্ৰী ধানোৱাৰ এই কোঠাত থকাৰ তৃতীয় দিনা ডিব্ৰুগড়ৰ পৰা মন্ত্ৰী তিলক গগৈও আহি তিনিচুকীয়াৰ আৱৰ্ত ভৱনত উঠিলেহি। মন্ত্ৰীৰ লগত ডিব্ৰুগড়ৰ এগৰাকী অতিৰিক্ত উপায়ুক্তও আহিছিল। আৱৰ্ত ভৱন পাই মন্ত্ৰী গগৈৰ ব্যক্তিগত সচিবে দেখিলে যে তেখেতৰ মন্ত্ৰীক দুই নম্বৰ কোঠাটোহে দিয়া হৈছে। তেওঁ এই কথাত আপত্তি দৰ্শালে। মন্ত্ৰী গগৈও দুই নম্বৰ কোঠাত থাকিবলৈ অসন্মতি প্ৰকাশ কৰি আৱৰ্ত ভৱনৰ সভাকক্ষতে মনে মনে বহি থাকিল। গতিকে মন্ত্ৰীৰ কোঠাৰ কথাক লৈ এক পৰিস্থিতিৰ সৃষ্টি হ'ল। এই পৰিস্থিতিৰ মোকাবিলা কৰিবলৈ মোক খবৰ দিয়া হ'ল। গ'লো।

সেই সময়ত মন্ত্ৰী ধানোৱাৰ আৱৰ্ত ভৱনত নাছিল। কেনিবা ওলাই গৈছিল। লগত ব্যক্তিগত সচিবকো নিয়া নাই। তেখেতৰ ব্যক্তিগত সচিবজনো সেই সময়ত আৱৰ্ত ভৱনতে আছিল। মই আৱৰ্ত ভৱনলৈ গৈ দুই মন্ত্ৰীৰ ব্যক্তিগত সচিব দুজনৰ

বক্তব্য শুনিলো। ধানোৱাৰৰ ব্যক্তিগত সচিবৰ যুক্তি হ'ল—'আমাৰ ছাৰ তিলক গগৈ ছাৰতকৈ ছিনিয়ৰ।'কাৰণ আমাৰ ছাৰে মন্ত্রীসভাত আগতেই স্থান পাই আগতেই মন্ত্রী হিচাপে শপত গ্রহণ কৰিছিল। গতিকে আমাৰ ছাৰ, ছিনিয়ৰ।' তিলক গগৈৰ ব্যক্তিগত সচিবৰ যুক্তি হ'ল—'আমাৰ ছাৰে পিছত মন্ত্রী হৈ পিছত শপত গ্রহণ কৰিলেও আমাৰ ছাৰ ধানোৱাৰ ছাৰতকৈ বয়সত ডাঙৰ। গতিকে আমাৰ ছাৰেহে এক নম্বৰ কোঠাটো পাব লাগে।'

এইবোৰ যুক্তি-তৰ্ক চলি থাকোতে ডিব্রুগড়ৰ পৰা মন্ত্রী তিলক গগৈৰ লগত অহা অতিৰিক্ত উপায়ুক্তগৰাকীয়েও গগৈৰ ব্যক্তিগত সচিবৰ পক্ষ ল'লে আৰু তেখেতেও যুক্তি প্রদর্শন কৰিলে যে যিহেতু মন্ত্রী গগৈহে ছিনিয়ৰ, গতিকে এক নম্বৰ কোঠাটো গগৈ ছাৰকহে দিব লাগে। কিন্তু যিহেতু ধানোৱাৰ চাহাব ইতিমধ্যে কেইবাদিনৰ আগতে আহি এক নম্বৰ কোঠাত আছেহিয়েই, তেনে অৱস্থাত তেখেতক এক নম্বৰ কোঠাৰ পৰা উলিয়াই দি সেই কোঠা যে গগৈ চাহাবক দিব নোৱাৰি, সেই মর্মে ময়ো এক যুক্তি দাঙি ধৰিলো। তাতে সেই সময়ত মন্ত্রী ধানোৱাৰ আবর্ত ভৱনত উপস্থিত নাছিল। কিন্তু গগৈৰ ব্যক্তিগত সচিবৰ লগতে অতিৰিক্ত উপায়ুক্তগৰাকী তেওঁলোকৰ কথাত অলৰ-অচৰ। মই উপায় নাপাই মন্ত্রী গগৈক আবর্ত ভৱনৰ সভাকক্ষত দেখা কৰি সমস্যাটোৰ কথা ক'লোগৈ।

তেখেতে ক'লে—'মোক এক নম্বৰ কোঠাটো দিয়া হ'লে ভাল পালোহেঁতেন।'

দেখাদেখিকৈ এক অচল অৱস্থাৰ সৃষ্টি হ'ল। সেই সময়ত মহকুমাধিপতি আছিল মুকেশ চাওলা। মই তেখেতলৈ ফোন কৰি সমস্যাটোৰ কথা ক'লো আৰু কি কৰা যায়, সেই মর্মে তেখেতৰ পৰা পৰামর্শ বিচাৰিলো।

মহকুমাধিপতিয়ে ক'লে—'আপুনি দিছপুৰৰ সাধাৰণ প্রশাসন বিভাগলৈ (জি এ ডি) ফোন কৰি কথাটো কওক আৰু ভি আই পি কোঠাটো কাৰ প্রাপ্য, সেই মর্মে পৰামর্শ বিচাৰক।'

মহকুমাধিপতিৰ এই কথা শুনি মই দুয়োজন ব্যক্তিগত সচিবৰ লগতে অতিৰিক্ত উপায়ুক্তগৰাকীক ক'লো—'দুয়োগৰাকী মন্ত্রীৰ ভিতৰত আচলতে কোনগৰাকী ছিনিয়ৰ আমি নাজানো। গতিকে মহকুমাধিপতিয়ে মোক জি এ ডিলৈ ফোন কৰি এই কথাটো জনাবলৈ কৈছে আৰু জি এ ডিয়ে যাক এক নম্বৰটো দিবলৈ ক'ব আমি তেখেতকেই দিম। আপোনালোক অকণমান ৰ'ব, মই এতিয়াই জি এ ডিলৈ ফোন কৰিম।'

মোৰ কথা শুনি গগৈৰ ব্যক্তিগত সচিবে ক'লে—'ৰ'বচোন, দিছপুৰলৈ ফোন কৰিব নালাগে, মই ছাৰক কথাটো কওঁ। ছাৰে কি কয়' এইবুলি তেওঁ মন্ত্ৰীক গৈ কথাটো ক'লেগৈ। অলপ সময়ৰ পিছত ব্যক্তিগত সচিবজন আহি মোক ক'লেহি—'ছাৰে আপোনাক মাতিছে।'

গ'লো।

মন্ত্ৰীয়ে ক'লে—মোক দিয়া কোঠাটোত ফোন নাই। সেইবাবে মই এক নম্বৰ কোঠাটো বিচাৰিছিলো।'

মই টপৰাই ক'লো—'ছাৰ আপুনি ফোনৰ বাবে অকণো চিন্তা নকৰিব। মই এঘণ্টাৰ ভিতৰতে আপোনাৰ কোঠাত ফোন লগাই দিয়াৰ ব্যৱস্থা কৰি দিম।'

মোৰ কথা শুনি মন্ত্ৰী গগৈয়ে দুই নম্বৰ কোঠাটোলৈ যোৱাত সন্মতি জনালে। ময়ো তেখেঁতক সসন্মানেৰে আগবঢ়াই লৈ গ'লো আৰু সঁচাকৈয়ে ফোন বিভাগৰ লগত যোগাযোগ কৰি এঘণ্টামানৰ ভিতৰতে তেখেতৰ কোঠাত ফোন লগাই দিয়ালো।

মন্ত্ৰী বৰ আনন্দিত হ'ল। মন্ত্ৰী দুই নম্বৰ কোঠালৈ যোৱাৰ পিছত ডিব্ৰুগড়ৰ পৰা অহা অতিৰিক্ত উপায়ুক্তগৰাকীয়ে মোক ক'লে— 'ছুছেইন, মই যে আপোনাক কৈছিলো, গগৈ ছাৰ ধানোৱাৰ ছাৰতকৈ ছিনিয়ৰ, কিয় কৈছিলো ধৰিব পাৰিলেনে?'

মই ক'লো—'ওহো, পৰা নাই।'

'তিলক গগৈ ছাৰক মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াই দাদা বুলি মাতে।'

এই কথা শুনাৰ লগে লগে মোৰ মুখৰ পৰা হো-হোৱাই হাঁহি এটা ওলাই আহিল। দাদা বোলা শব্দটোৱে আনকি মন্ত্ৰীৰ ছিনিয়ৰিটিও নিৰ্ধাৰণ কৰিবলৈ বিচৰা হয়। এতিয়াও কোনোবাই কাৰোবাক দাদা বুলি মতা শুনিলেই সেই অতিৰিক্ত উপায়ুক্তগৰাকীয়ে দিয়া ছিনিয়ৰিটিৰ ব্যাখ্যাটোলৈ মনত পেলাই মই আনন্দ লভো আৰু আনকো কৈ ফূৰ্তি পাওঁ।

বৰুৱাই মোক দাদা বুলি মতাৰ লগে লগে মোৰ এইখিনি কথা মনলৈ আহিল। কিন্তু মোক দেখিলে তেখেতৰ কিয়নো লাজ লাগে সেই কথাটো সুধিবলৈ নোপোৱাৰ আগতেই তেখেতৰ লাইনৰ চিটী বাছখন আহি পালেহি। তেখেতে লৰালৰি কৰি চিটীবাছখনত উঠিলেগৈ। বৰুৱা যোৱাৰ খন্তেক পিছতেই মোৰ লাইনৰ চিটীবাছ আহি পালেহি। ময়ো চিটীবাছত উঠি ছিট এটাত বহি ল'লো আৰু মোক দেখিলেই বৰুৱাৰনো কিয় লাজ লাগে সেই কথাৰ চিন্তাত নিমগ্ন হ'লো। ভাবিলো কেতিয়াবা বৰুৱাক লগ পালে সেই কথা সুধিম। লগতে মোৰ

মনলৈ এই কথাও আহিল যে মাজে মাজে মোৰ কিবা-কিবি কথাত লাজ লাগে, মানে ময়ো কিবা-কিবি কথাত দেখোন লাজ পাওঁ।

এদিন এখন সভাত এজন বক্তাই এটা বৰ ভাল ভাষণ দিলে। তেখেতৰ ভাষণ শুনি মই বৰ আনন্দিত হ'লো। বক্তাজনক মই চিনি পাওঁ। নামী মানুহ। তেখেতে মোক চিনি নাপায়। তেখেতে মোক চিনি পাবলগীয়া কোনো কথাও নাই। আনক চিনাকি দিবলগীয়া মোৰ তেনে কোনো চিনাকিও নাই। সভা শেষ হোৱাৰ পিছত মঞ্চৰ পৰা বক্তাগৰাকী নামি অহাৰ লগে লগে মই তেখেতৰ কাষ চাপি ক'লো— আপোনাৰ বক্তৃতাটো শুনি সঁচাকৈয়ে বৰ ভাল পালো। আপোনাক অভিনন্দন জনাইছো।'

মোৰ কথা শুনি বক্তাজনে মোলৈ এনেকৈ ঘোপাকৈ চালে যেন মই তেখেতক কিবা নক'বলগীয়া কথা এটাহে ক'লো। তেখেতে মোৰ কথাৰ কোনো উত্তৰ নিদি যাবলৈহে আগবাঢ়িল। তেখেতৰ এনে কামত মই বিব্ৰত অনুভৱ কৰি বৰ লাজ পালো। বক্তাজন যে ইমান অভদ্ৰ মই জনা নাছিলো।

ভাবিলো— মোৰনো কি দৰকাৰ আছিল অভিনন্দন জনোৱাৰ। এইদৰে লাজ পোৱাৰ বাবে দোষী মই নিজেই। কেতিয়াবা কেতিয়াবা কাৰোবাৰ অভিনয় চাই ভাল লাগিছে, কেতিয়াবা কাৰোবাৰ লেখা এটা পঢ়ি ভাল লাগিছে, কেতিয়াবা কাৰোবাৰ বক্তৃতা শুনি ভাল লাগিছে, কেতিয়াবা কাৰোবাৰ কিবা ভাল খবৰ এটা খবৰ কাকতত পঢ়ি বা আন কাৰোবাৰ মুখত শুনি ভাল লাগিছে। মই সাধাৰণতে এনেবোৰ কথাত সংশ্লিষ্ট মানুহগৰাকীক লগ কৰিয়েই হওক বা আন প্ৰকাৰেই হওক, মোৰ ভাল লগাৰ কথাটো জনাওঁ আৰু এইদৰে জনাই মই নিজেও এক আনন্দ পাওঁ। এয়া সৰুৰে পৰা গঢ় লৈ উঠা মোৰ এক অভ্যাস। সেইদিনাও এনে অভ্যাসৰ বশৱৰ্তী হৈয়েই সেই বক্তাজনক অভিনন্দন জনাবলৈ গৈ মই লাজত পৰিবলগীয়া হ'ল।

অন্য এদিনৰ কথা। মই সভা এখনলৈ গৈ সন্মুখত থকা চকী এখনত বহি আছো। মোৰ কাষৰ চকীখন খালী আছে। তেনেতে এসময়ত মোৰ লগত কাম কৰা এগৰাকী বিষয়া আহি ওলালহি। তেখেত সেই সময়ত বহুত জুনিয়ৰ আছিল যদিও মই সভাখনত লগ পোৱা সময়ত বহু ছিনিয়ৰ বিষয়া হ'ল। মই ইতিমধ্যে কেইবা বছৰৰ আগতেই চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি বৃদ্ধ লোকৰ শাৰীত পৰিলো। মোৰ লগত বিষয়াজনৰ সম্পৰ্ক বেছ ঘনিষ্ঠ আৰু মধুৰেই আছিল। বিষয়াজনে চকী ক'ত খালী আছে চাই চাই আগবাঢ়ি আহি থাকোঁতে মই থিয়

হৈ দি ক'লো—'আহক আহক এইখিনিলৈকে আহক, কথা পাতি ভাল লাগিব আহক।' বিষয়াজনক মোৰ কাষৰ চকীখনতে বহুৱাই সুধিলো—'ভালনে? বহুত দিনৰ মূৰত লগ পালো।'

তেওঁ গহীনাই উত্তৰ দিলে—'হয়, ভালেই।' তাৰ পিছত বিষয়াজনে মোক এবাৰ কথাও নুসুধিলে; সভাখনত আমি প্ৰায় দুঘণ্টা সময় কটালো। মোৰ লগত কিন্তু এই সময়ছোৱাত কোনো কথাই নাপাতিলে। মোৰ লগত কথা পাতিলে তেওঁৰ যেন পদ মৰ্যাদা হানি হ'ব এনে এটা ভাবহে দেখুৱালে। বিষয়াজনৰ এনে আচৰণত মই বৰ লাজ পলো।

ভাবিলো—মইনো থিয় হৈ তেওঁক সন্মান দেখুৱাই মানে তেওঁৰ পদবীটোক সন্মান দেখুৱাই তেওঁক আথে-বেথে মোৰ কাষলৈ মাতি আনি বহুওৱাৰ কি প্ৰয়োজন আছিল। মই সঁচাই লাজ পাবলগীয়া কামকে কৰিলো। দোষী মই নিজেই; মই জানিবই লাগিছিল যে অৱসৰপ্ৰাপ্ত লোকৰ লগত বহুতো আগৰ চিনাকি মানুহে কথা পাতিব নোখোজে। এইবোৰ কথাকে মনতে পাগুলি পাগুলি আহি থাকোঁতে মোৰ সেই জাহেদলৈও মনত পৰিল।

এদিন এজন শিক্ষকে ক্লাছত ছাত্ৰসকলক এটা প্ৰশ্ন সুধিলে। কিন্তু কোনো এজন ছাত্ৰয়ো প্ৰশ্নটোৰ উত্তৰ দিব নোৱাৰিলে; সুধিবলৈ বাকী থাকিল কেবল জাহেদক। জাহেদ আকৌ ক্লাছৰ ভিতৰত আটাইতকৈ চোকা ল'ৰা। সৰ্বশেষত শিক্ষকজনে জাহেদক ক'লে—'জাহেদ মোৰ প্ৰশ্নটোৰ উত্তৰটো তয়েই দি দে; ইহঁত সকলোৱেই লাজ পাই যাওক।'

জাহেদে টপৰাই উত্তৰ দিলে—'ছাৰ, এই প্ৰশ্নৰ উত্তৰ ময়ো দিব নোৱাৰিম। আপুনিয়েই দি দিয়ক ছাৰ, ময়ো লাজ পাই যাওঁ।'

অৱশেষত এটা সময়ত মোৰ চিটীবাছৰ যাত্ৰাৰ সামৰণি পৰাত চিটীবাছৰ পৰা নামি ঘৰমুৱা হ'লো। কিন্তু মোক দেখিলে বৰুৱাৰনো কিয় লাজ লাগে বুলি ক'লে, সেই কথা জনাৰ এক মানসিক তাড়নাই মোক লগ নেৰা হ'ল।

কেইদিনমান পিছত বৰুৱাক সেই আগৰ বাছ ষ্টপেজত আকৌ লগ পাঁলো। সেইদিনা তেখেতৰ হাত দুখনত ধৰি ক'লো—'সঁচকৈয়ে, কওকচোন সিদিনাখন যে আপুনি ক'লে—মোক দেখিলে আপোনাৰ লাজ লাগে, কিয়?'

বৰুৱাই ক'লে—'দাদা, অলপ দিনৰ আগতে মোৰ ডাঙৰ ল'ৰাজনৰ বিয়া পাতিলো। সি আমেৰিকাত থাকে। বিয়া বেছ ডাঙৰকৈয়ে পাতিলো।

কিন্তু আপোনাক মাতিবলৈ পাহৰি থাকিলো। গতিকে আপোনাক দেখিলে মোৰ বৰ লাজ লাগে।'

বৰুৱাৰ কথা শুনি মোৰ মনটো মৰহি গ'ল। কিন্তু মোৰ মনৰ এই অৱস্থা লুকুৱাই ৰাখি মই ক'লো—'নাই, নাই, একো নাই। মই তাৰ বাবে অকণো বেয়া পোৱা নাই।'

আচলতে বৰুৱাৰ কথা শুনি ময়ো বৰ লাজ পালো। কাৰণ মোৰ ছোৱালীজনীৰ বিয়ালৈও মই বৰুৱাক নিমন্ত্ৰণ জনোৱা নাছিলো। মাজে মাজে ভাবো— বৰুৱাই মোক লাজ দিবৰ বাবেই, তেওঁৰ লাজ লগা বুলি কৈছিল নেকি বাৰু?

# কথাটো তেনেহ'লে মিছা নহয়

মই ঘৰলৈ ঘূৰি আহি ডায়েৰীখন মেলি সভাখননো কোন তাৰিখে হৈছিল চালো। চাই দেখিলো—হয়, ঠিকেই, সেইদিনা মঙলবাৰেই আছিল।

মই যথাসময়ত গৈ সভাগৃহত উপস্থিত হ'লোগৈ। কিন্তু গৈ দেখো এগৰাকী মন্ত্ৰীৰ বাহিৰে সভাগৃহত আন কোনো আমন্ত্ৰিত লোক উপস্থিত নাই। মন্ত্ৰীগৰাকী মোৰ আগৰ পৰাই চিনাকি। মই তেখেতৰ কাষলৈ গৈ এটা নমস্কাৰ জনালো। তেখেতেও হাঁহি এটা মাৰি মোক 'বহক' বুলি ক'লে। মই পিছে মন্ত্ৰীগৰাকীৰ কাষতে নবহি ক'ত বহো সেই কথা ভাবি খালী চকীবোৰৰ ওপৰেদি চকু ফুৰাই থাকোতেই উদ্যোক্তা এগৰাকী কাষ চাপি আহি ক'লেহি —'বহক, আপুনি ইয়াতেই বহক।'

মই পিছে মন্ত্ৰীৰ কাষত থকা চকীখনত নবহিলো। প্ৰথম শাৰীতেই, কিন্তু সেই শাৰীটোৰ একেবাৰে বাঁওফালে থকা চকীখনতহে বহিলোগৈ। মই বহা শাৰীটোত বাঁওফালে সোঁফালেও আৰু দুটা শাৰী আছে। মাজত অহা-যোৱা কৰা ঠাই আছে। মই বহা চকীখন আৰু মন্ত্ৰী বহা চকীখনৰ মাজত কেইবাখনো চকী খালী আছে। মই মন্ত্ৰীৰ কাষতে বহা চকীখনতে বহি আন কোনো লোকৰ দৰে ফুচফুচীয়া কথা পাতি মন্ত্ৰীৰ লগত যে মোৰ ভাল, সেই কথা আনক দেখুৱাব পাৰিলোহেঁতেন। মই পিছে সেই কাম নকৰিলো।

মই সাধাৰণতে ভি আই পি জাতীয় মানুহবিলাকৰ পৰা আঁতৰত থাকিবলৈ ভাল পাওঁ। কোনে কেতিয়া কি সোধে একো ঠিক নাই। ঠিকমতেই উত্তৰ দিব পাৰিলেতো ভালেই। নোৱাৰিলে লাজ পাব লাগিব।

মই চাকৰিত সোমোৱাৰ আৰম্ভণি ছোৱাৰ এটা কথা । আচল ঘৰ বাহিৰত কিন্তু অসমতে চাকৰি কৰি ভালকৈ অসমীয়া ক'ব নোৱাৰা আয়ুক্ত এজনে এদিন

গাঁও চাবলৈ গ'ল। জীপ গাড়ীৰ আগৰ ছীটত আয়ুক্ত আৰু জিলাখনৰ ভাৰপ্ৰাপ্ত উপায়ুক্তগৰাকী বহিছে। পিছৰ ছীটত মই আৰু আন দুজন বিষয়া। ইংৰাজীত কথা কোৱা আয়ুক্তগৰাকীয়ে গাঁৱৰ মাজেদি পথৰুৱা ৰাস্তাইদি গৈ থাকোঁতে বাটত দেখা পোৱা প্ৰত্যেকটো বস্তুৰ বিষয়েই ভাৰপ্ৰাপ্ত উপায়ুক্তগৰাকীক নানা ধৰণৰ প্ৰশ্ন সুধি একেবাৰে ব্যতিব্যস্ত কৰি গৈ আছে। এবাৰত আয়ুক্তগৰাকীয়ে সুধিলে— 'এইবোৰ কিহৰ খেতি?'

ভাৰপ্ৰাপ্ত উপায়ুক্তজনে ইংৰাজীতে উত্তৰ দিলে— 'এয়া ছাৰ পিঁয়াজৰ খেতি।'

আয়ুক্তগৰাকীয়ে আকৌ সুধিলে—পাতবোৰ দেখিবলৈ একে, সেইবোৰ কিহৰ খেতি?

'সেয়া ছাৰ নহৰুৰ খেতি।'

আয়ুক্তৰ আকৌ প্ৰশ্ন—'পিঁয়াজ আৰু নহৰুৰ পাৰ্থক্য কি?'

এইবাৰ ভাৰপ্ৰাপ্ত উপায়ুক্তৰ লাগিল লেঠা। তেখেতে ইংৰাজীতে পিঁয়াজ আৰু নহৰুৰ পাৰ্থক্যতো বুজাব নোৱাৰা হ'ল। তথাপি ভাৰপ্ৰাপ্ত উপায়ুক্তই অকণমান থমকি এইবাৰো উত্তৰ দিলে—'ছাৰ, পিঁয়াজবোৰ নহৰুতকৈ ডাঙৰ।'

ভাৰপ্ৰাপ্ত উপায়ুক্তৰ উত্তৰ শুনি জীপৰ পিছত বহি থকা আমি জুনিয়ৰ বিষয়া কেইজনে ইজনে সিজনৰ মুখলৈ চাই মুখ টিপি নহঁহাকৈ থাকিব নোৱাৰিলো। সেই তেতিয়াৰ পৰাই মই ভি আই পি জাতীয় বা জ্যেষ্ঠ বিষয়াৰ কাষত বহাৰ পৰা পৰাপক্ষত আঁতৰত থাকিব বিচৰা হ'লো। কোনে কেতিয়া কি সোধে একো ঠিক নাই।

সেইদিনা সভাখনত খন্তেক পিছতে এগৰাকী উচ্চপদস্থ অবসৰপ্ৰাপ্ত বিষয়া আহিও উপস্থিত হ'লহি। তেখেতেও মন্ত্ৰীৰ কাষতে নবহি এখন চকী এৰি দিহে বহিল। তেখেতৰ লগতো মোৰ আগৰ পৰাই চিনাকী। তেখেতেও মোক দেখি হাঁহি এটা মাৰিলে। ইয়াৰ পিছত এজন 'খ্যাতনামা' ব্যক্তি আহি ওলালহি। তেখেত অৱসৰপ্ৰাপ্ত বিষয়াজনৰ কাষতে বাঁওফালে থকা চকীখনতে বহিল। ফলত মোৰ চকীখন আৰু 'খ্যাতনামা' ব্যক্তিগৰাকীৰ চকীখনৰ মাজত এখন চকী খালী থাকিল।

'খ্যাতনামা' ব্যক্তিজনক মই ভালকৈ চিনি পাওঁ। তেখেতেও মোক ভালকৈ চিনি পায়। তেখেতেক অ'ত-ত'ত লগ পাওঁ; কেতিয়াবা হাঁহি-ধেমালিৰে কথা-বতৰা পাতিছোঁও। পিছে সেইদিনা মানুহজনে মোৰ প্ৰায় কাষত বহি থাকিও মোৰ ফালে এবাৰো চোৱা নাই। মাজে মাজে মুখটো বেকা কৰি তেখেতৰ সোঁফালে,

বাঁওফালে, পিছফালে কোন কোন মানুহ বহি আছে বা কিমান মানুহ আহিছে, সেইবোৰ চাই আছে। তেখেতে বাঁওফালে ঘূৰালেই মোক দেখে। কিন্তু মোৰ মুখলৈ নাচায়। মোৰ মূৰৰ ওপৰেদি তেওঁৰ চকু আনফালে যায়।

তেখেতেৰ এনে আচৰণত মই বৰ বিব্ৰত অনুভৱ কৰিলো। কোনোবা চিনাকী মানুহে দেখিও নেদেখাৰ ভাও ধৰিলে, চকুৱে চকুৱে পাৰিলেও মাত এষাৰ নিদিলে, অলপ দূৰত থাকিলে মিচিকিয়া বা তেনে ধৰণৰ হাঁহি এটা নামাৰিলে, হাত এখন জোকাৰি বা মূৰটো জোকাৰি বা কেৱল চকুলৈকে চাই তেখেতে যে মোক দেখিছে তেনে এটা ইংগিত বা ভাব এটা নেদেখুৱালে মই মনত বৰ আঘাত পাওঁ। এনেবোৰ কথাক মই সহজভাৱেই ল'ব নোৱাৰি বৰ আবেগিক হৈ পৰো।

সেয়েহে এনেবোৰ চিনাকী মানুহৰ পৰা সাধাৰণতে মই পৰাপক্ষত নিলগত থাকিব বিচাৰো। সেইদিনাখন সভাখন আৰম্ভ হোৱাৰ আগে আগে সেই 'খ্যাতনামা' ব্যক্তিজনতকৈ বহুগুণে 'অধিক খ্যাতনামা' ব্যক্তি এজন আহি মোৰ কাষৰ খালী থকা চকীখনতে বহিলহি। তেখেতে মোক দেখি হাঁহি এটা মাৰি ক'লে—'ভালেই হ'ল, আপোনাৰ ওচৰতে বহিবলৈ পালো।' ময়ো তেখেতক ওচৰতে পাই আনন্দিত হ'লো আৰু ইটো-সিটো কথা পতাত লাগিলো। এখেতৰ লগত কথা পাতিবলৈ মোৰ ভয় নালাগে।

এটা সময়ত সভা আৰম্ভ হ'ল। মন্ত্ৰীগৰাকী আৰু অৱসৰপ্ৰাপ্ত বিষয়াগৰাকীক মঞ্চলৈ লৈ যোৱা হ'ল। কিছু সময়ৰ পিছত সভা শেষ হ'ল। মন্ত্ৰী আৰু বিষয়াগৰাকী মঞ্চৰ পৰা নামি আহি পূৰ্বৰ নিজৰ নিজৰ আসনত বহিলহি। তাৰ পিছত সাংস্কৃতিক অনুষ্ঠান আৰম্ভ হ'ল। মোৰ কাষত সোঁফালে বহি থকা আৰু মোৰ লগত কথা পাতি থকা 'অধিক খ্যাতনামা' ব্যক্তিগৰাকীক সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰিবলৈ অনুৰোধ জনোৱাত এগৰাকী উদ্যোক্তা আহি তেখেতক মঞ্চলৈ আগবঢ়াই লৈ গ'ল। তেখেতে কেইমিনিটমানৰ ভিতৰতে তেখেতৰ উদ্বোধনী ভাষণ সামৰি সভাগৃহলৈ নামি আহি থাকোতেই মই সভাগৃহ লাহেকৈ ত্যাগ কৰি ঘৰমুৱা হ'লো। তেখেতে আহি মোৰ কাষত পুনৰ বহালৈ বাট নাচালো। সাংস্কৃতিক অনুষ্ঠান মোৰ চোৱা নহ'ল।

ঘৰলৈ আহি থাকোতে মোক দেখিও নেদেখাৰ ভাও ধৰা, সেই 'খ্যাতনামা' ব্যক্তিজনৰ আচৰণে মোৰ মনত পীড়া দিবলৈ আৰম্ভ কৰিলে। তেখেতে যে ইচ্ছা কৰিয়েই মোৰ মুখলৈ এবাৰো নাচালে বা 'ভালনে' বুলিও মাত এষাৰ নিদিলে,

সেই কথা বুজাত মোৰ অকণো অসুবিধা নহ'ল। মানুহজনে মোৰ মুখলৈ কিয়নো এবাৰো নাচালে তাৰ কাৰণ মই ভাবি ভাবি উলিয়াব নোৱাৰিলো। অৱশ্যে কিছুমান মানুহৰ একোটা অহংভাব থাকে, যাকে-তাকে যেতিয়াই তেতিয়াই মাতিব নোখোজে। অনবৰত এক সুকীয়া গাম্ভীর্য লৈ থাকে। কিন্তু এই মানুহজনে আগতে মোৰ লগত বহুতবাৰ কথা পাতিছে। য'তে-ত'তে লগ পায়েই থাকো। গতিকে মোক পাহৰাৰ প্ৰশ্ন নুঠে।

কেইবছৰমান আগতে মই এগৰাকী বৰ 'পণ্ডিত' মানুহৰ লগত চা-চিনাকী হোৱাৰ সুবিধা এটা পালো। চিনাকী হ'বলৈ গ'লে কিজানি মোৰ লগত ভালদৰে কথা নাপাতেই, সেই ভয়তেই মই সাধাৰণতে মানুহৰ লগত আগ ধৰি চিনাকী হ'বলৈ অলপ সংকোচবোধ কৰো। কিন্তু সেইদিনা সেই 'পণ্ডিত'গৰাকীৰ পাণ্ডিত্যৰ প্ৰতি অতি আকৰ্ষিত হৈ মই নিজেই আগবাঢ়ি গৈ তেখেতৰ লগত চিনাকী হ'লো আৰু তাৰ পিছত অ'ত-ত'ত কেতিয়াবা লগ পালে মই তেখেতক নমস্কাৰ জনাই তেখেতৰ প্ৰতি থকা মোৰ শ্ৰদ্ধা-ভক্তি জনোৱা হ'লো। এইদৰে লগ পাওঁতে পাওঁতে তেখেতেও মোক মোৰ নামৰ সৈতে ভালদৰে চিনি পোৱা হ'ল আৰু কেতিয়াবা কেতিয়াবা মোৰ নাতিনী দুজনী এতিয়া গৈ কোন ক্লাছ পালেগৈ সেই কথাও সোধা হ'ল।

এদিন মোৰ বন্ধু এজনে মোক সুধিলে — 'তেখেতৰ লগত আপোনাৰ ভাল নেকি?' তেখেত মানে সেই পণ্ডিতগৰাকী।

মই ক'লো—'ভাল মানে, তেখেতক মই চিনি পাওঁ।' আচলতে মই কোনো মানুহৰ লগত মোৰ ভাল বুলি কাকো নকওঁ। কেবল চিনি পাওঁ বুলিহে কওঁ।

বন্ধুজনে আকৌ সুধিলে—'আপুনি মোক তেখেতৰ ওচৰলৈ লৈ গৈ মোক চিনাকী কৰাই দিব পাৰিব নেকি? তেখেতৰ লগত মোৰ কাম এটা আছে।'

মই ক'লো—'পাৰিম, কিয় নোৱাৰিম। চিনাকীহে কৰি দিব লাগে, ওলাব এদিন।' এদিন আমি দুয়ো গৈ 'পণ্ডিত' ব্যক্তিজনৰ ঘৰ ওলালোগৈ। তেখেত সেই সময়ত ড্ৰয়িং ৰুমত অকলে বহি আছিল। মই ৰুমত সোমাই তেখেতক নমস্কাৰ এটা দি মোৰ লগত যোৱা মানুহজনৰ পৰিচয়টো দাঙি ধৰিলো। মোৰ লগত যোৱাজনে তেখেতৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। কিন্তু মোৰ লগত যোৱাজনে, তেখেতে মোক পিছত কোৱা মতে, এটা কথা মন কৰিলে যে পণ্ডিত ব্যক্তিজনে মোৰ লগত কথা পতা বাদেই মোৰ ফালে এবাৰো চোৱা নাই। তেতিয়াই তেওঁৰ সন্দেহ হ'ল আচলতে মোৰ পণ্ডিত ব্যক্তিগৰাকীৰ লগত চা-চিনাকী নাই।

এনেয়ে ফুটনি মাৰি তেখেতৰ লগত চিনাকী আছে বুলি কৈ তেওঁক লগত লৈ আহিছে। এবাৰত তেওঁ পণ্ডিতগৰাকীক মোক দেখুৱাই সুধিয়েই পেলালে— 'আপুনি এখেতক চিনি পায় নহয়।'

পণ্ডিতগৰাকীয়ে মোলৈ চাই ক'লে—'পাওঁ, পাওঁ এওঁক ভালকৈয়ে চিনি পাওঁ।' এই বুলি মোক সুধিলে—'তুমি এতিয়া পিছে কি পঢ়ি আছা?'

মই ক'লো—'মোৰ পঢ়া কেতিয়াবাই শেষ হ'ল। মোৰ চাকৰি কাৰ্যকাল শেষ হোৱাও কেইবাবছৰ হ'ল।'

'হয় নেকি? বেচ, বেচ ভাল হৈছে'— তেখেতে ক'লে।

এই যে প্ৰায় ৭৮ বছৰীয়া পণ্ডিতগৰাকীয়ে মোক চিনি পায়ো পাহৰি গ'ল, এই কথাত অস্বাভাৱিকতা একো নাই। তেখেতৰ এনে কথাত মই তেখেতক বেয়া পাবলগীয়াও নাই। কিন্তু সেইবুলি সেই 'খ্যাতনামা' ব্যক্তিগৰাকীৰ কথা একেশাৰীতে পেলাব নোৱাৰি। তেখেতে ইচ্ছা কৰিয়েই মোলৈ চোৱা নাই।

এইবোৰ কথা ভাবি ভাবি এটা গধুৰ মন লৈ মই কেতিয়ানো ঘৰ পালোহি কবই নোৱাৰিলো।

ইয়াৰ পৰা দুমাহৰ পিছত আৰু এখন সভালৈ গৈছিলোঁ। সেইখন সভালৈ সেই 'অধিক খ্যাতনামা' ব্যক্তিগৰাকীও গৈছিল কিন্তু তেখেতে মোৰ পৰা কিছু আঁতৰত বহাৰ বাবে আমি কথা পতাৰ সুবিধা পোৱা নাছিলো। সভাখন শেষ হ'লত সভাগৃহৰ বাহিৰত চাহ-তাহ খোৱাৰ ব্যৱস্থা কৰিছে। চাহ-তাহ খাই থাকোঁতেই তেখেতে মোৰ ওচৰত হাতত চাহৰ গিলাচ লৈ উপস্থিত হৈ ক'লে—'হেৰি, আপুনি কি মানুহহে? সেইদিনাৰ সভাখনৰ শেষত মই সাংস্কৃতিক অনুষ্ঠান উদ্বোধন কৰি দিয়া ভাষণটো নুশুনি কিয় গুচি গ'ল? কিবা বেয়া পালে নেকি?'

মই ক'লো—মই আপোনাৰ ভাষণ শুনিবলৈহে গৈছো। ভাষণ বৰ সুন্দৰ হৈছে। মই ইচ্ছা কৰিয়েই আপোনাক মাত লগাই নগ'লো। নহ'লে আপুনি ক'লেহেঁতেন— বহক, বহক কৈ যায়।'

এইবুলি মই সেই খ্যাতনামা ব্যক্তিজনৰ কথা বহলাই ক'লো। ক'লো— 'তেখেতৰ আচৰণত মই ইমানেই ক্ষুব্ধ হৈ আছিলোঁ যে আৰু অধিক সময় বহি থকাটো মোৰ বাবে অসহ্য হৈ পৰিছিল।'

মোৰ কথা শুনি 'অধিক খ্যাতনামা' ব্যক্তিজনেও ক'লে —'হেৰি, সেইদিনা মোৰো সেই একে অৱস্থা হৈছিল নহয়। মানুহজনে মোৰ কাষতে বহি থাকিও মোলৈ এবাৰো নাচালে বুজিছেনে। কথা পতা কথাটো বাদেই। মই মাতো বুলি

তেওঁ মুখখন অনবৰত সিফালেই ঘূৰাই থাকিলে। এই কথা মোৰ বাবেও বৰ অসহ্যজনক হ'ল। গতিকে সাংস্কৃতিক অনুষ্ঠান মযো অকণমান চায়েই গুচি গ'লোঁগৈ।'

আমাৰ এই কথোপকথন আমাৰ ওচৰতে চাহ খাই থকা ব্যক্তি এজনে শুনি আছিল। তেখেত আমাৰ চিনাকী।

তেখেতে ক'লে—'আপোনালোকে কথা পাতি থকা সভাখন যিদিনা হৈছিল, সেইদিনা মঙলবাৰ আছিল নেকি বাৰু?'

আমি দুয়োৱে ক'লো— 'মনত নাই নহয়। কিয়? কিয় বাৰৰ কথা সুধিলে?

মানুহজনে ক'লে—'কিছু বছৰৰ আগতে এজন জ্যোতিষীয়ে এই মানুহজনৰ সোঁৰৰণীখন চাই কৈছিল- আপোনাৰ বয়স ৫১ বছৰ পাৰ হোৱাৰ পিছত মঙলবাৰটো আপোনৰ বাবে অমংগলজনক হ'ব। মানে সেইদিনা আপুনি অশান্তিত কটাব লাগিব। সঁচাকৈয়ে সেই নিৰ্দিষ্ট বয়স পাৰ হোৱাৰ পিছত মানুহজনৰ ঘৰত প্ৰত্যেক মঙলবাৰে কিবা নহয় কিবা এটা অশান্তিজনক পৰিস্থিতি সৃষ্টি হয়েই। বিশেষকৈ সেই দিনা ইটো-সিটো কথাক কেন্দ্ৰ কৰি আন একো নহ'লেও পত্নীৰ লগত এখন ভালকৈ কাজিয়া হয়েই। সেই কাৰণে প্ৰত্যেকটো মঙলবাৰেই মানুহজন অলপ অস্বাভাৱিক অৱস্থাত থাকে। নহ'লে মানুহজন এনেয়ে ভালেই।'

সেইদিনা মই ঘৰলৈ ঘূৰি আহি ডায়েৰীখন মেলি চাই অবাক হ'লো। সঁচাকৈয়ে সেইদিনা মঙলবাৰেই আছিল। ভাব হ'ল, তেনেহ'লে মানুহজনে কোৱা কথা মিছা নহয়। সেইদিনাখনৰ পৰা কোনোবা চিনাকী মানুহে মোক দেখি নেদেখাৰ ভাও ধৰি মাতিব নুখুজিলে মই ভবা হ'লো—পত্নীৰ লগত এখেতৰ হয়তো ভালকৈ এখুন্দা লাগিলে।

❧ ❧

# মই আচলতে ভুলেই কৰিলো

তিনি মাহ মানেই হ'ল মই চুলি কটোৱাইছিলো। বহুত দিনৰ মূৰে মূৰেহে চুলি কটোৱাও। এইদৰে কটোৱাৰ অৱশ্যে কাৰণো আছে। আনহাতে যিকোনো মানুহে মোৰ চুলি কাটিবও নোৱাৰে। মোৰ চুলি কটাৰ একোটা বিশেষ নিয়ম আছে। সিদিনা মই মোৰ নিৰ্দিষ্ট চেলুনখনলৈ যোৱাৰ সময়ত বাপেক মানে চেলুনখনৰ মালিক বেঙ্ক এখনত বহি আছে। তেওঁ মোক দেখিয়েই ক'লে- 'ছাৰ, আহক, এইখন চকীতে বহক।'

বুজিলো— এইখন চকীত বহা মানে তেঁৱেই মোৰ চুলি কাটিব। কাষত থকা আন দুখন চকীত সুবল আৰু সুৰুজে আন দুজন মানুহৰ চুলি কাটি আছে। এওঁলোক দুজন ককাই-ভাই। মই বাপেকক ক'লো— 'মই এইখন চকীত বহিছো যদিও মোৰ চুলি কিন্তু সুৰুজেহে কাটিব লাগিব।' মোৰ চুলি কেনেকৈ, কিমান আৰু কোন ষ্টাইলত কাটিব লাগে সেই কথা সুৰুজে ভালকৈ জানে।

বাপেকে ক'লে—'হ'ব হ'ব, সিয়েই কাটিব বাৰু। সিজন মানুহৰ কটা নোহোৱালৈকে আপুনি এইখন চকীতেই বহি থাকক।' সিজন মানুহৰ চুলি কটা শেষ হ'লত মই সুৰুজৰ চকীখনত বহিলোগৈ।

সুৰুজক ক'লো—'তুমি মাত্ৰ দহ টকাৰহে চুলি কাটিবা দেই। তাতোকৈ বেছি কাটিলে দহ টকাও নাপাবা কিন্তু।' চুলি কটাৰ বেচ আচলতে পোন্ধৰ টকা।

সুৰুজে হাঁহি এটা মাৰি ক'লে—'হ'ব ছাৰ, দহ টকাৰেই কাটিম।' মই চুলি বেছি কাটিবলৈ নিদিও। কেৱল পিছফালৰ চুলিখিনি অলপ চুটি কৰি কাটি দিব লাগে আৰু কাণ দুখন অলপ উলিয়াই দিব লাগে। বচ্, ইমানেই। তাতোকৈ বেছি কাটিলেই মোৰ বাবে সমস্যাৰ সৃষ্টি হৈ যায়। মই মানুহটো এনেয়েও খীণ-মীণ; তাতে বেছিকৈ চুলি কাটি দিলে আৰু বেছি খীণ-মীণ হৈ যাওঁ।

বহু বছৰৰ আগৰ কথা। মই তেতিয়া স্কুলীয়া ছাত্ৰ আছিলো। এদিন চুলি কটোৱাই খোজকাঢ়ি আহি থাকোঁতে এজন বয়সীয়া মানুহৰ মুখামুখী হ'লো। তেখেতে মোক দেখি ৰৈ গৈ মোৰ মুখলৈ চাই সুধিলে— 'তুমি এতিয়া গা ভাল পাইছা নহয়?'

মানুহজনৰ কথা শুনি মই থতমত খাই গ'লো। মই ক'লো—'ক'তা, মোৰতো একো বেমাৰ-আজাৰ হোৱা নাই। মোৰ বেমাৰ-আজাৰ হোৱা বুলি আপোনাক কোনে ক'লে?'

মানুহজনে ক'লে—'নাই, কোনেও কোৱা নাই, তোমাক দেখি কিবা বেমাৰী বেমাৰী যেন লগাৰ বাবেহে তেনেকৈ সুধিলো। বেয়া নাপাবা।'

মই তেখেতৰ কথাটো বুজি পাই গ'লো। মই হাঁহি এটা মাৰি ক'লো— 'মই আজি চুলি কটোৱালো। সেই কাৰণেই মোক দেখিবলৈ বেমাৰী বেমাৰী যেন লাগিছে।'

মানুহজনে ক'লে—'এৰা, কিবা এটা হ'ব লাগিব। হেৰি কৰিবা, তুমি ইমান চুটিকৈ চুলি নকটোৱাবা।'

ময়ো ভাবিলো—হয়, ইমান বেছিকৈ কটোৱা ঠিক নহয়। অৱশ্যে মানুহ লৈ লৈ আছে, কিছুমান মানুহক চুলি চুটিকৈ কাটিলেও ভাল দেখি। কিছুমানক আকৌ বৰ বেয়া দেখি। মই সেই বেয়া দেখাসকলৰ ভিতৰতেই পাৰো। কিন্তু আনহাতে, চুলি চুটিকৈ কটোৱালেও মোক ভাল দেখা মানুহো আছে। মোৰ পৰিবাৰেও চুটিকৈ কটোৱাটোহে পছন্দ কৰিছিল। তেওঁৰ মতে চুটিকৈ কটোৱালে মুখখন ওলাই পৰে। ভাল লাগে। মোৰ ছোৱালীকেইজনীয়ে কিন্তু মই চুটিকৈ চুলি কটোৱাটো একেবাৰেই সহ্যই কৰিব নোৱাৰে। সিহঁতৰ মতে মই পৰাপক্ষত চুলি কটোৱাবই নালাগে। কেতিয়াবা কটোৱাবলগীয়া হ'লেও মাত্ৰ কাণ দুখন উলিয়াই পিছফালৰ চুলিখিনি অলপমান চুটি কৰি দিলেই হৈ গ'ল। কাৰ চকুৱে কাক, কেতিয়া কেনেকুৱা দেখি সেই কথা কোৱাই টান।

চুলি কটোৱাক লৈ মোৰ বহুতো ৰসাল কাহিনী আছে। কোনো কোনো আড্ডাত মই এইবোৰ কথা আগতেও কৈছো আৰু ক'ৰবাত লিখিছোও। চুলি কটোৱাৰ বা কটাৰ একোটা 'কাট' আছে। তাৰ ভিতৰত এটা 'কাট' হ'ল 'বাটি কাট'। এই কাটটো হ'ল কাঁহৰ বাটি এটা মূৰত বহুৱাই বাটিটোৱে নঢকা চুলিখিনি কাটি দিলে যেনেকুৱা দেখা যায়, তেনেকুৱা দেখাকৈ চুলি কাটিলে সেইটোক 'বাটি কাট' বুলি কোৱা হয়। এই কাটটো এসময়ত এচাম চেঙেলীয়া ল'ৰাৰ

মাজত বৰ প্ৰচলন হৈছিল। আন এটা কাট হৈছে, 'পুলিচ কাট'। এইটো কাট কেনেকুৱা হ'ব সেই কথা নক'লেও হ'ব। এনেকুৱা কাটৰ মানুহ দেখিলেই সহজে কৈ দিব পাৰি—এওঁ পুলিচ ডিপাৰ্টমেণ্টত চাকৰি কৰে। অৱশ্যে পুলিচ ডিপাৰ্টমেণ্টত চাকৰি নকৰা বহুত মানুহেও এই কাটটো পছন্দ কৰে। ইয়াৰ বাহিৰেও আনধৰণৰ বহুবোৰ কাট আছে। সেইবোৰৰ কথা এতিয়া নকওঁ।

মোৰ কিন্তু সম্পূৰ্ণ নিজস্ব কাট আছে। মই নিজে কৰি লোৱা কাট। আকৌ এটা সময় আছিল, যিটো সময়ত কোনো কোনো শিল্পী, সাহিত্যিকে পিছফালে দীঘল চুলি ৰাখিছিল আৰু বহল পায়জামা পিন্ধিছিল। সেই সময়ত সেই শ্ৰেণী মানুহৰ সেইটোৱেই চুলিৰ কাট আছিল আৰু বহল পায়জামা পিন্ধাটো এটা ফেশ্যন আছিল। এতিয়াও এনে মানুহ ক'ৰবাত ক'ৰবাত দেখিবলৈ পোৱা যায়। এতিয়া অৱশ্যে চুলি দীঘলেই হওক কিম্বা চুটিয়েই হওক, মুখত দাড়ি একোছা ৰখাটোও কোনো কোনো মানুহৰ ফেশ্যন হৈ পৰিছে। এইদৰে ৰখা দাড়িবোৰৰো আকৌ একোটা কাট আছে।

যি কি নহওক, তিনিমাহৰ আগতে যে সুৰুজে মোৰ চুলি কাটিলে, সেইটো মোৰ বাবে এক ডাঙৰ বিড়ম্বনা হৈ পৰিল। তাক মই কৈছিলো দহ টকাৰ চুলি কাটিবলৈ। মানে কমকৈ কাটিবলৈ। সি কাটি দিলে প্ৰায় বিশ টকাৰ। সচৰাচৰ পোন্ধৰ টকাত এজন লোকৰ যিমান চুলি কাটে তাতোকৈ বেছি। মানে একেবাৰে পুলিচ কাটেই হৈ পৰিল। ফলত মোক দেখিবলৈ সম্পূৰ্ণ বেমাৰী বেমাৰী লগা হ'ল। সুৰুজে কেতিয়ানো ইমানখিনি কাটি পেলালে মই তত ধৰিবই নোৱাৰিলো। চেলুনখনত ৰেডিঅ' এটাত পুৰণা হিন্দী গান বাজি আছিল। সেই গানটো তন্ময় হৈ শুনি থাকোঁতেই এই কাণ্ডটো ঘটি গ'ল। চুলি কটা হ'লত সুৰুজক সুধিলো— 'কিয় ইমান বেছিকৈ কাটি পেলালা।?'

সি ক'লে—'চুলিবোৰ মিলাওতে মিলাওতেই এনে হৈ গ'ল।'

মনটো বৰ বেয়া লাগি গ'ল। বেয়া লাগিলেও উপায় নাই। কটা চুলিবোৰতো ঘপহ্‌কৈ গজাই তুলিব নোৱাৰি। কিন্তু সুৰুজে মোৰ চুলি কটাৰ পিছৰ পৰাই মই ঘৰৰ পৰা ওলাব নোৱাৰা হ'লো। মই ঘৰৰ পৰা ওলালেই মোক লগ পোৱা প্ৰায়বোৰ মানুহেই সোধা হ'ল— 'গা ভাল পাইছেনে? কোন ডাক্তৰক দেখুৱাইছে?' সকলোৱেই ধৰি লোৱা হ'ল যে মোৰ কিবা বেমাৰ-আজাৰ হোৱাৰ বাবে মোৰ চেহেৰা-পাতিৰ এনে পৰিবৰ্তন ঘটিছে।

বহু বছৰৰ আগৰ এটা গল্প। এজন মানুহে বজাৰৰ পৰা এজনী খীৰতী গাই

কিনিলে। লগত এটা পোৱালি। গাইজনী কিনি ঘৰলৈ আহি থাকোতে বাটত লগ পোৱা মানুহ এজনে সুধিলে— "গাইজনী কিমান টকাত কিনিলেহে?"

কিমান টকাত কিনিলে, ক'লে।

আকৌ সুধিলে—"লগত অহা এই পোৱালিটো এনেয়ে দিলেনে ইয়াৰো কিবা দাম ল'লে?"

"নাই, নাই। ইয়াৰ দাম বেলেগে লোৱা নাই।"

"অ' তেনেহ'লে সস্তাতে পালা। ভালেই হৈছে।" বাটত আহি থাকোতে লগ পোৱা প্ৰায়বোৰ মানুহে এই একেইখিনি কথা সোধা হ'ল। একেখিনি উত্তৰকে বাৰে বাৰে দিবলগীয়া হোৱাত গৰু কিনি অনা মানুহজন বৰ অতিষ্ঠ হৈ উঠিল। গতিকে আহি থাকোঁতে বাটত কোনোবো মানুহক লগ পালেই তেওঁ একো নুসুধিলেও নিজেই কৈ অহা হ'ল —"মই এই গাইজনী ইমান টকাত কিনিলোঁ। লগত অহা পোৱালিটোৰ বাবে বেলেগ দাম লোৱা নাই। গতিকে গাইজনী সস্তাতে পালো।"

চুলি কটোৱাৰ পিছত মোৰো এনেকুৱা এটা অৱস্থা হ'ল। সকলোৱেই গা ভাল পাইছেনে নাই সোধা হ'ল। মানুহৰ মুখত এই কথা শুনি শুনি ময়ো অতিষ্ঠ হৈ উঠিলো। গতিকে ময়ো কোনোবা মানুহক বাটত লগ পালেই, মোক কিবা ক'বলৈ বা সুধিবলৈ পোৱাৰ আগতেই মই নিজেই কোৱা হ'লো—"মোৰ গা ভালেই দেই। একো অসুখ-বিসুখ হোৱা নাই কেৱল কেইদিনমান আগতে চুলি কটোৱালো।"

মোৰ এই চুলি কটোৱাৰ কথা কিয় কওঁ, সেই কথা শুনোতাসকলে সাধাৰণতে বুজি নাপায়। বুজাই ক'লেহে বুজে। তেতিয়া হাঁহে।

চুলি কটোৱাক লৈ হোৱা মোৰ এনে দুৰ্দশাবোৰৰ মাজতে এদিন বিয়া এখনত চৌধুৰীক লগ পালো। লগত তেখেতৰ পত্নী। বিয়া ঘৰত হাতত প্লেট লৈ থিয়ে থিয়ে খাই থাকোতেই চৌধুৰী আৰু তেওঁৰ পত্নী আহি মোৰ কাষত হাজিৰ। তেওঁলোকৰ হাততো প্লেট। চৌধুৰীয়ে মোক ক'লে—"হুচেইন দা, এওঁ আপোনাক প্ৰশ্ন এটা সুধিব খুজিছে।"

ক'লো—"সোধক, কিন্তু টান প্ৰশ্ন নুসুধিব দেই।"

মিছেছ চৌধুৰীয়ে সুধিলে—"দাদা, আপুনি আৰু এওঁ প্ৰায় একে সময়তে অপাৰেশ্যন কৰাইছিল। অপাৰেশ্যন কৰাৰ পিছত এতিয়া দেখিছো—আপোনাৰ

চেহেৰা-পাতি বেছ ভাল হৈ উঠিল। কিন্তু এওঁ দেখোন এতিয়াও বেমাৰীৰ নিচিনা হৈ আছে। মইতো এওঁক ভাল বস্তুৰেই খুৱাই আহিছো। তথাপি দেখোন একেই আছে। সেই কাৰণেই সুধিব খুজিছো—আপুনিনো কি খায়? কিবা টনিক-চনিক খাইছে নেকি?"

মিছেছ চৌধুৰীৰ প্ৰশ্ন শুনি মই বৰ আনন্দিত হ'লো। মই বুজিলো— যিসকল লোকে মই বেছিকৈ চুলি কাটিলে ভাল দেখে, এখেতো সেইসকলৰ ভিতৰৰে এজন। মই মহিলাগৰাকীক মুখত হাঁহি এটা লৈ ক'লো—"মই বিশেষ একো খোৱা নাই। সচৰাচৰ যি খাব লাগে, তাকেই খাই আহিছোঁ। কিন্তু মই এটা ভাল কাম কৰিলো—কেইদিনমান আগতে দহ টকাতেই বিশ টকামানৰ চুলি কটোৱাই পেলালো।"

চৌধুৰী আৰু মিছেছ চৌধুৰীয়ে মোৰ মুখলৈ চাই ৰ'ল। বুজিলো— তেওঁলোকে মোৰ কথাৰ অৰ্থ বুজা নাই। এইবাৰ মই চৌধুৰীক ক'লো— "আপুনি এটা কাম কৰক। আপুনিও সোনকালেই আপোনাৰ চুলিখিনি মোৰ নিচিনাকৈ যিমান পাৰে চুটি কৰি কটাই পেলাওক। তাৰ পিছত দেখিব, আপুনিও মোৰ নিচিনা বেচ্ ধুনীয়া চেহেৰা-পাতিৰ মানুহ হৈ পৰিছে।" মোৰ কথা শুনি তেওঁলোক দুয়োৰে হাঁ হাঁ কৰি হাঁহিলে।

ইয়াৰ কেইদিনমান পিছতে মই এদিন শৰ্মা দাদাৰ ঘৰলৈ গ'লো গা ভাল নথকাৰ বাবে তেখেতৰ খবৰ ল'বলৈ। অলপ সময়ৰ পিছতে শৰ্মা দাদাৰ বৌৱে চাহ বনাই ডাইনিং টেবুলত থৈ আমাক চাহ খাবলৈ মাতিলে। বৌও আমাৰ লগতে বহিল। কথা পাতি চাহ খাই থাকোতে মই সেই নাপিতজনৰ দহ টকাতে-বিশ টকাৰ চুলি কটাৰ কথা ক'লো। লগতে এইদৰে চুলি কটাৰ বাবে মই সন্মুখীন হোৱা সমস্যাবোৰৰ কথাও ৰস লগাই ক'লো।

প্ৰথমতে বৌৱে মুখত হাঁহি এটা লৈয়ে মোৰ কথাবোৰ উপভোগ কৰিছিল। কিন্তু বৌৰ মুখৰ হাঁহিটো হঠাতে নাইকীয়া হৈ গ'ল। এনে কিয় হ'ল মই একোৱে ধৰিব নোৱাৰিলো। বৌক সুধিলো—"কি হ'ল বৌ, হঠাতে ইমান গহীন হৈ পৰিল যে?"

বৌৱে দুখ মনেৰে ক'লে—"আপুনি আপোনাৰ চুলি বেছিকৈ কটাৰ কথা কৈছে। আমাৰ এখেতৰ আকৌ চুলি বেছিকৈ কটোৱাৰ কথা বাদেই, কমকৈ কটোৱাবলৈও দেখোন মূৰত চুলি নাই।" তেতিয়াহে মোৰ মনত খেলালে—

হয়তো, দাদাৰ মূৰত চুলি একেবাৰেই নাই। গতিকে এই চুলি নোহোৱা মানুহজনৰ সন্মুখত মই চুলি বেছিকৈ কটোৱা কথাৰোৰ কৈ থকাটো বৌৱে ভাল পোৱা নাই। লগে লগে মোৰ মনলৈ এই ভাব আহি গ'ল।—তেওঁলোকৰ আগত মোৰ চুলি কটোৱা কাহিনীবোৰ কৈ ৰগৰ কৰিবলৈ যোৱাটো মোৰ আচলতে ভুলেই হ'ল। মোৰ মনটোও বেয়া লাগি গ'ল।

ঌ ঌ

# কথাবোৰ আচলতে সঁচা নহয়

হাতত ভি আই-পি ছুটকেচটো লৈ মই মেইন ৰাস্তাটোত উঠিছোহে, তেনেতে লগ পালে বজিন্দৰে। তেওঁ সিফালৰ পৰা হাতত টুথ ব্ৰাছ লৈ দাঁত ঘঁহি ঘঁহি আহি আছে। আমি সন্মুখা-সন্মুখি হ'লো। তেওঁক দেখাৰ লগে লগে মোৰ মনটো মৰি গ'ল। তেওঁক দেখি মই নেদেখা ভাও জুৰিবলৈ চেষ্টা কৰিছিলো যদিও তেওঁ মাত লগালেই—'ছাৰ, কেনিবা দূৰলৈ যাব আহিছে নেকি?' উপায় নাই। ক'লৈ যাবলৈ আহিছোঁ ক'লো।

মোৰ কথাৰ উত্তৰত তেওঁ ক'লে—'যাওক, আপোনাৰ যাত্ৰা শুভ হ'ব।' তেওঁ যে মোক এনেকৈ ক'ব জানিলে, তাকে শুনি মোৰ ভাল লাগিল।

কিছুদিন হ'ল। মই এক বিশেষ কামত তিনিচুকীয়ালৈ গৈছিলো। তাত মই এটা সময়ত কেইবা বছৰ চাকৰি কৰিছিলো। মই ডে' ছুপাৰত যাম। গতিকে তিনি আলিটোৰ পৰা চিটীবাছত উঠি ডে' চুপাৰ ৰোৱা স্থানলৈ যাম। টিকেট আগদিনাই কৰা আছে।

মই যিটো পইণ্টত বজিন্দৰক লগ পালো তাৰ আগতে তেওঁৰ এখন দোকান আছে। তাত তেওঁ নিজেও চুলি কাটে। লগত আৰু দুজন মানুহো ৰাখিছে। মই কিন্তু বজিন্দৰৰ হতুৱাইহে চুলি কটাওঁ। চুলি কটাৰ বাবদ তেওঁ মোৰ পৰা সদায় নিৰ্দিষ্ট হাৰতকৈ কমকৈ টকা লয়। কেতিয়াবা ল'বলৈ নোখোজেই—'এ, আপোনাৰ পৰানো কি ল'ম। চুলি বেছি কটাই নাই।' তথাপি তেওঁক মই জোৰ কৰিয়েই কিবা এটা দিওঁ।

মই চুলি কটালেও লেঠা, নকটালেও লেঠা। এই সমস্যাটো সকলো পৰাই আছে। এবাৰ, তেতিয়া মই ক্লাছ এইটত আছিলো। বাটতে লগ পাই এজন বয়সস্থ মানুহে মোক সুধিলে—'তুমি গা ভাল পাইছা? কোন ডাক্তৰক দেখুৱাইছা?' এই

কথা শুনি মই হতভম্ব হ'লো। এখেতে এই কথা কাক সুধিছে? মোক অন্য ল'ৰা বুলি ভুল কৰা নাইতো!

মই ক'লো— মই তবিউলহে। আপুনি মোক ভুলতে আন কোনোবা ল'ৰা বুলি ভাবিছে নেকি? মোৰ বেমাৰ-আজাৰ একো হোৱা নাই।'

'মোৰ কথা শুনি মানুহজনে অলপ থতমত খালে। তেওঁ মোৰ মুখলৈ আকৌ এবাৰ ভালকৈ চালে। তাৰ পিছত ক'লে—'নহয়, মই তোমাক চিনি পাইছো। প্ৰায়ে লগ পাই থকা ল'ৰাটোক কিয় চিনি নাপাম বাৰু। কিন্তু আজি তোমাক দেখি মোৰ এনেকুৱা লাগিছে, তুমি যেন কিবা এটা বেমাৰত ভুগি আছা। সেই কাৰণেই তেনেকৈ সুধিলো। বেয়া নাপাবা।'

মই ক'লো— 'আপুনি তেনেদৰে ভবাত একো ভুল হোৱা নাই। আচলতে মই কালি চুলি কাটিলো। সেই কাৰণে মোক তেনেকুৱা দেখিছে হ'বলা।'

মানুহজনে হাঁহি মাৰি ক'লে—'তেনেকুৱা কিবা এটাই হ'ব। মোৰ চকুত কিবা পৰিবৰ্তন এটা ধৰা পৰিছে নহয়। কথা তেনেহ'লে সেইটোৱেই। হেৰি কৰিবা—এতিয়াৰ পৰা তুমি ইমান চুটিকৈ চুলি নকাটোৱাবা। অলপ কটোৱাবা। কিনাৰ কেইটা কাটোৱাবা। চুলি বেছিকৈ কাটিলে তোমাক কিবা বেমাৰত ভুগি থকা মানুহ যেন লাগে। এনেকৈ কোৱাৰ বাবে বেয়া নাপাবা দেই।'

মানুহজন গ'লগৈ। মই মানুহজনক বেয়া পোৱাৰ প্ৰশ্নই নুঠে। কাৰণটো মই জানোৱেই। চুলি কাটিলে মোৰ এনেকুৱা হয়েই। সেইদিনা এইজন মানুহ লগ পোৱাৰ প্ৰায় দহ মিনিটমান পিছতেই মোক মোৰ এজন লগৰীয়াই লগ পাই সুধিলে—'অই তই কি খাইছ অ'

মই বোলো —'কেলেই, কিয় সুধিলি?'

'নহয়, তোক আজি দেখিবলৈ ভাল লাগিছে। অলপ শকত শকত লাগিছে।'

'মই নতুন বস্তু একো খোৱা নাই। সচৰাচৰ যি খাওঁ, সেয়েই। মই কেৱল কালি চুলি কাটিলো।

বন্ধুজনে ক'লে, 'অ' কথা সেইটোৱেই হ'ব। তই এতিয়াৰ পৰা চুলি কটালে এনেকুৱা কৰি কটাবি। তোৰ মুখখন এতিয়া ওলাই পৰিছে। তোৰ মুখখন এনেয়ে সৰু, তাতে এসোপা চুলি ৰাখিলে একেবাৰে মুখখন আৰু সৰু হৈ পৰে। তোক এতিয়াহে ভাল দেখা হৈছে।' মোৰ চুলি কটাক লৈ দুজন মানুহে প্ৰায় দহমিনিটৰ ভিতৰতে দিয়া এনে মন্তব্যই মোক আচলতে মহা চিন্তাত পেলালে।

মোৰ পৰিবাৰ আৰু ছোৱালীকেইজনীৰ মাজতো মোৰ চুলি কটাক লৈ এটা সময়ত প্ৰায়ে মতভেদ হৈছিল।

পৰিবাৰে কয়—'তুমি চুলি একেবাৰে চুটিকৈ কটোৱাবা। তেতিয়াহে তোমাক বেছি ভাল দেখি।' ছোৱালীকেইজনীয়ে কয়—'নহয়, তুমি চুলি বেছি চুটিকৈ নকটোৱাবা। দীঘল চুলি থাকিলেহে তোমাক ভাল দেখি। আৰ্টিষ্ট আৰ্টিষ্ট লাগে।'

সেই কাৰণে সকলো পক্ষক সন্তুষ্ট কৰিব পৰাকৈ চুলি কটোৱাটো মোৰ বাবে এক মহা সমস্যা হয়। পৰাপক্ষত মই নিৰ্দিষ্ট নাপিত এজনৰ হতুৱাই কটোৱাওঁ। বজিন্দৰ এক দীঘলীয়া সময়ৰ বাবে মোৰ এক নিৰ্দিষ্ট নাপিত হৈ আছিছে। মই চিটীবাছৰ অপেক্ষাত বৈ থকাৰ সময়খিনিত বজিন্দৰো দাঁত ঘঁহি ঘঁহি মোৰ ওচৰতে বৈ থাকিল। চিটীবাছ আহিলত উঠিলো আৰু ছুপাৰ বাছ ৰখোৱা নিৰ্দিষ্ট স্থান পালোগৈ। ডে' ছুপাৰখনো সময়মতে আহিল। ডে' বাছত উঠাৰ লগে লগে মই চকু দুটা মুদি দিলো। বাছত গৈ থাকোতে বিভিন্ন চিন্তাই মোক আমনি দিয়া আৰম্ভ কৰিলে।

তিনিচুকীয়া পাবলৈ সন্মুখত এছোৱা দীঘলীয়া বাট আছে। এই বাটছোৱা সুকলমে পাৰ হ'ব পাৰিম নে? ক'তো দুৰ্ঘটনা আদি নহয়তো! তিনিচুকীয়া পায়ে মোৰ কামটো কৰাব পাৰিম নে? ক'তো একো অসুবিধা, বাধা আদিৰ সন্মুখীন হ'বলগীয়া নহ'বতো! এনেকুৱা ধৰণৰ চিন্তাবোৰে মোক ব্যতিব্যস্ত কৰি তুলিলে। বজিন্দৰৰ মুখখন আৰু লগে লগে তাৰ দোকানখনো মোৰ চকুৰ আগত ভাঁহি উঠিল। কেইবছৰমান আগতে সেই বন্ধুজনে কোৱা কাহিনীটো মনলৈ আহিল।

ডেকা এজনে প্ৰায় এজন বিশেষ নাপিতৰ দোকানলৈ আহে। আহিয়েই নাপিতজনক সোধে—'মিস্ত্ৰী, আৰু কেইজন আছে?' মিস্ত্ৰীয়ে কয়—'চাৰি জন।' 'ছেঃ বহুত দেৰি হ'ব। ঠিক আছে, মই অলপ পিছত আহিম।' এই বুলি ডেকাজন যায়গৈ।

কিন্তু সেইদিনা পিছত আৰু ঘূৰি নাহে। কেইদিনমানৰ পিছত ডেকাজনে আকৌ আহি আগৰ দৰেই সোধেহি—'মিস্ত্ৰী কেইজন আছে?' মিস্ত্ৰীয়েও কয় কেইজন আছে। 'ছেঃ আজিও দেৰি হ'ব। ঠিক আছে মই অলপ পিছতে আহি আছো- এইবুলি কৈ ডেকাজনে সেইদিনাও গুচি যায়গৈ। কিন্তু ঘূৰি নাহে।

ডেকাজনে নাপিতজনৰ দোকানলৈ প্ৰায়েই আহি এইদৰে প্ৰশ্ন সুধি, গুচি গৈ পুনৰ দোকানখনলৈ ঘূৰি নহাৰ কথাই নাপিতজনৰ মনত এক সন্দেহৰ ভাব জগাই তুলিলে। কথাটোনো কি? তেওঁ অন্য নাপিতৰ দোকানতো চুলি নকটায় আৰু তেওঁৰ দোকানলৈও ঘূৰি নাহে। এদিন ডেকাজনে আকৌ আহি আগৰ দৰে প্ৰশ্ন সুধি গ'ল। ডেকাজননো সেইদৰে ক'লৈ যায় সেই কথা ঠাৱৰ কৰিবলৈ

সেইদিনা নাপিতজনে নিজৰ কাম এৰি ডেকাজনৰ পাছে পাছে গ'ল। গৈ দেখিলে হায়, হায়, ডেকাজন গৈ অলপ ওচৰতে ভাড়া ঘৰ এটাত থকা নাপিতজনৰ পৰিবাৰৰ লগত আছেগৈ: নাপিতজনৰ মূৰটো ঘূৰাই যোৱা যেন লাগিল। 'আৰু কেইজন আছে' বুলি সুধি প্ৰত্যেকবাৰেই ডেকাজনে সময় নিৰ্ধাৰণ কৰাৰ কাৰণটো নাপিতজনে সেইদিনাহে বুজিব পাৰিলে।

বাটত কোনো অঘটন নঘটাকৈ নিৰ্দিষ্ট সময়তে যেনিবা তিনিচুকীয়া পালোগৈ। কিন্তু পিছদিনা মোৰ কামটো সুকলমে হ'ব নে নাই সেই কথাৰ চিন্তাই মোৰ মনটো আকৌ গধুৰ কৰি তুলিলে।

পিছদিনা পুৱাৰ ভাগতে মনত অনিশ্চয়তাৰ ভাব এটা লৈ মোৰ নিৰ্দিষ্ট কামটোৰ বাবে ঈশ্বৰক চিন্তি ওলালো। ৰিক্সা এখনৰ বাবে ৰাস্তাত অপেক্ষা কৰি থাকোতে এজন বয়সীয়া লোক আহি মোৰ কাষতে ৰ'লহি। তেওঁ মোৰ মুখলৈ এবাৰ ভালকৈ চালে আৰু ক'লে— 'ছাৰে, মোক চিনি পোৱা নাই চাগৈ! বহুত বছৰ হ'লতো।'

মই একো উত্তৰ দিয়া নাই।

'আপুনি সেইদিনা মোক কিমান যে সহায় কৰিলে, সেই কথা মোৰ এতিয়াও মনত পৰি থাকে। আপোনাৰ নিচিনা দয়ালু মানুহ ক'ত পাম ছাৰ।'

মই এইবাৰহে মানুহজনৰ মুখলৈ ভালকৈ চালো। তেওঁ আগতকৈ বহুত বুঢ়া হ'ল। লগে লগে তেওঁৰ কথা মোৰ মনলৈ আহি গ'ল।

এদিন এঠাইত ঘৰুৱা মদ খাই হুলস্থুল কৰি থকাৰ অপৰাধত পুলিচে এই মানুহজনক ধৰি আনি ৰাতি থানাত ৰাখি পিছদিনা দণ্ডাধীশ, মানে মোৰ ওচৰত হাজিৰ কৰিলেহি। মই তেওঁক জামিনত যাবলৈ হুকুম দিলো। ইয়াৰ কেইদিনমান পিছতেই মই এখন নাপিতৰ দোকানত চুলি কটাবলৈ গ'লো। চুলি কটোৱা হ'লত পইচা দিব খোজাত পইচা ল'ব নুখুজি ক'লে— ছাৰ সেইদিনা আপুনি মোক কিমান মৰম কৰিলে, এতিয়া আপোনাৰ পৰা মই কেনেকৈ পইচা ল'ম। আপুনি যদি সেইদিনা মোক জামিন নিদিলেহেঁতেন, মই জেললৈ যাবলগীয়া হ'লহেঁতেন। মোক মানুহে কৈছে — 'এইটো এটা ডাঙৰ কেছ। হাকিম বৰ দয়ালু মানুহ কাৰণেহে তোক জামিন দিলে।'

আচলতে মানুহজনৰ প্ৰতি মই অনুকম্পা দেখুওৱা নাছিলো। সেইটো এটা অতি সাধাৰণ জামিন দিবলগীয়া কেছেই আছিল। গতিকে আইনমতে জামিন দিছিলো। কিন্তু মই দয়া কৰিহে তেওঁক জামিন দিয়া বুলি তেওঁৰ এটা ভুল ধাৰণা

হ'ল। মই জোৰ কৰি তেওঁক মোৰ চুলি কটাৰ পইচাকেইটা দি গুচি আহিলো।

সেই নাপিতজনকে সাত বছৰৰ মূৰত লগ পাই মই অকণমান সময়ৰ বাবে হ'লেও স্মৃতিকাতৰতা অনুভৱ কৰিলো। মানুহজনে মোক কথাৰ মাজতে আকৌ সুধিলে—'ছাৰ, আপুনি গুৱাহাটীৰ কোনখিনিত থাকে?'

ক'লো।

'অ', সেইখিনিতে মোৰ ভতিজা ল'ৰা এটাৰো দোকান আছে।

'কি নাম তেওঁৰ?' মই সুধিলো।

'তাৰ নাম বজিন্দৰ।

বজিন্দৰ ঠাকুৰ?' মই চিনি পাওঁ বুলি ক'লো। এই মানুহজনক খন্তেক লগ পাই ভাল লাগিল যদিও মনৰ গধুৰতা আকৌ আহি পৰিল।

ৰিক্সা এখন আহিলত উঠি মই মোৰ নিৰ্দিষ্ট কামটোৰ বাবে গন্তব্য স্থানলৈ আগবাঢ়িলো। সেইদিনা মোৰ কামটো মোৰ আশাৰ বিপৰীতেই যেনিবা সুকলমে হৈ গ'ল। মনটো পাতল পাতল লাগিল। কিন্তু ওভতনি যাত্ৰাৰ কথা মনলৈ আহিলেই মনটো আকৌ গধুৰ হৈ পৰা হ'ল।

মোৰ কামটো হৈ গ'ল যেতিয়া সেইদিনা ৰাতিয়ে গুৱাহাটীলৈ ঘূৰি অহাটোকে ঠিক কৰি পেলালো।

নাইট ছুপাৰখন তিনিচুকীয়া এৰাৰ সময় ৭ বজা। কিন্তু ৭ বাজো বাজো হোৱা সত্তেও মোৰ কাষত বাঁওফালৰ ছিটটোৰ যাত্ৰীজন তেতিয়ালৈকে আহিয়ে পোৱা নাই। বাছখন এৰা দেৰি হ'ব যেন ধাৰণা এটা হ'ল।

এনেতে সেই পুৰণা কথাটোৱে মোৰ মনত ভুমুকি মাৰিলেহি। পৰিবহন নিগমৰ সেই বাছখন নিৰ্দিষ্ট সময়তকৈ দহ মিনিটমান পাৰ হৈ যোৱা সত্ত্বেও বাছখন এৰাৰ উমঘাম নেদেখি যাত্ৰীসকল অতিষ্ঠ হৈ উঠিল আৰু তৎক্ষণাৎ গাড়ী এৰাৰ বাবে দাবী জনালে। এনেতে নিগমৰ বিষয়া এজনে কাৰোবাক দাবী ধমকি দিয়া আৰম্ভ কৰি দিলে— 'তহঁতৰ চবৰে মই চাকৰি শেষ কৰি পেলাম। দিনটো এনেয়ে শুই বহি থাকিবি। এতিয়া ক'বলৈ আহিছ মেকানিকেল ডিফেক্ট। ঠিক কৰ, তৎক্ষণাৎ ঠিক কৰ।'

বিষয়াজনৰ কথা শুনি যাত্ৰীসকলো মনে মনে থাকিল। মেকানিকেল ডিফেক্ট যেতিয়া উপায় নাই। অলপ দেৰি হ'বই। তেনেতে মহিলা এগৰাকী আহি বাছত উঠিলহি আৰু লগে লগে বাছখন যাব পৰা হৈ গ'ল। পিছত গম পোৱা গ'ল যে মহিলাগৰাকী সেই বিষয়াগৰাকীৰেই পত্নী। অহাত দেৰি কৰিছে।

যাত্ৰীসকলৰ ক্ৰোধৰ পৰা ৰক্ষা পৰিবলৈ বিষয়াজনে সেই মেকানিকেল ডিফেক্টৰ নাটকখন কৰিলে।

এইবোৰ কথা মনত পাগুলি থাকোতেই মোৰ কাষৰ বাঁওফালৰ ছিটটোত এজন পুৰুষ যাত্ৰী উঠিলহি। মানুহজনে নিজৰ ছিটটোত বহাৰ আগমুহূৰ্ততে মোৰ মুখখন এবাৰ ভালদৰে চাই ল'লে। বাছখন এৰিলে। এইবাৰ মানুহজনে মুখ মেলিলে—'আপুনি গুৱাহাটী যাব নহয়।'

'হয়।' নিতান্ত অনিচ্ছা সত্বেও উত্তৰটো দিলো।

'আপুনি আজিকালি গুৱাহাটীতে নাথাকে নেকি?'

'থাকোঁ।' মোৰ চমু উত্তৰ।

'তেনেহলে আমাৰ দোকানলৈ বহুত বছৰ অহা নাই কিয়?'

মই এইবাৰ একো উত্তৰ নিদিলো। মই এনেয়ে বাছে-চাছে গ'লে কাষৰ মানুহৰ লগত কথা পাতি ভাল নাপাওঁ। সেইদিনা তাতে মনটোও বেয়া। মই চকু দুটা মুদি দিলো।

বাটত ক'তো নামিবলৈ নহ'ল। ৰাতিপুৱা ৬ মান বজাত ছয়মাইল পালোহি। তাতে মই নামিম। মই নামিবলৈ হ'লে কাষৰ মানুহজনে কিন্তু কাষৰীয়া হৈ দিব লাগিব। মই মানুহজনৰ মুখলৈ চালো। তেওঁ ইতিমধ্যে চকু মেলিয়ে আছে। ক'লো—'মই ছয়মাইলত নামিম।'

মানুহজনে থিয় হৈ দি মোক ওলাবলৈ সুবিধা কৰি দিলে। সেই সময়ত মই তেওঁক লাহেকৈ সুধিলো—'আপোনাৰ দোকাননো ক'ত আছে?'

ক'লে—'গণেশগুৰিত।'

আকৌ সুধিলো—'আপোনাৰ কিহৰ দোকান আছে? মই পাহৰিছো।'

মানুহজনে ক'লে—'কেলেই, চুলি কটা দোকান।'

মই মনে মনে থাকিলো। বুজিলো এওঁ এজন নাপিতেই। দিছপুৰত চৰকাৰী কোৱাৰ্টাৰত থাকোঁতে মই হয়তো এওঁৰ হতুৱাই চুলি কটাইছিলো।

ছয়মাইলৰ পৰা ৰিক্সা এখনত উঠি সুকলমে ঘৰ আহি পালোহি। এই বাটছোৱাত কোনো ধৰণৰ অসুবিধা নহ'ল। আহি থাকোতে বজিন্দৰক দূৰৈৰ পৰা আকৌ দেখা পালো। ঘৰ পোৱাৰ পিছত, মোৰ এই দীঘলীয়া যাত্ৰাৰ আৰম্ভণিৰ পৰা শেষলৈকে, ইজনৰ পিছত সিজন নাপিতে মোক লগ নেৰা কথাৰ স্মৃতিয়ে মোক কিছু আমোদ দিলে। লগতে এইটোও উপলব্ধি হ'ল যে যাত্ৰা কালত, যাত্ৰাপথত কাৰোবাক কাৰোবাক দেখিলে যাত্ৰা নাস্তি হয় বা উদ্দেশ্য সিদ্ধি নহয় জাতীয় কথাবোৰ যে কোনোবাই কোনোবাই কয়, সেই কথাবোৰ আচলতে সঁচা নহয়। ☙ ☙

# এটা প্ৰয়োজনৰ মৃত্যু

কথাটো শুনাৰ পিছত মই বাক্‌ৰুদ্ধ হৈ পৰিলো। মই তাৎক্ষণিকভাৱে কোনো কথাই তেওঁক ক'ব নোৱাৰিলো। অৱশ্যে তেওঁৰ পৰা বা আন কাৰোবাৰ পৰা তেনে এটা কথা শুনাৰ বাবে মই মানসিকভাৱে প্ৰায় সাজুৱেই আছিলো। কিন্তু ইমান সোনকালে শুনিবলৈ পাম বুলি ভবা নাছিলো। কেতিয়াবা এনেকুৱা খবৰ শুনিবলৈ কেইবাবছৰ পৰ্যন্ত বাট চাবলগীয়া হয়। তেনেকুৱা উদাহৰণ বহুতেই আছে।

মই ৰাতিপুৱা চাৰিমান বজাতেই উঠো। মোৰ কিবাকিবি কাম থাকে। সেইবোৰ কাম কৰি শেষ কৰাৰ পিছত আকৌ শোওঁ। পিছত উঠোতে প্ৰায় সাত মান বাজে। সেইদিনাও প্ৰায় সাত বাজিবলৈ হওতে বিছনাত থাকোতেই ফোনটো বজা শুনিলো। মোৰ ডাঙৰ ছোৱালীজনীয়ে ফোনটো ধৰি মোক বিছনাতে ক'লেগৈ—তোমাৰ ফোন আহিছে।

মই লৰালৰিকৈ উঠি আহি ফোনটো ধৰিলোহি।

সিফালৰ পৰা ক'লে—মই অহীন্দ্ৰই কৈছো।

অহীন্দ্ৰ বুলি কোৱাৰ লগে লগে মোৰ বুকু দুৰুদুৰুকৈ কঁপিবলৈ ল'লে। ভাবিলো—অহীন্দ্ৰই মোক এতিয়া যিটো কথা ক'ব, সেয়া নিশ্চয় মই আশা কৰি থকা খবৰটোৱেই হ'ব।

কথাটো সেইটোৱেই হ'ল।

অহীন্দ্ৰই ক'লে—দাদা, দীপালী গ'লগৈ নহয়।

: গ'লগৈ?

: হয় দাদা, গ'লগৈ, দীপালী আৰু কেতিয়াও ঘূৰি নাহে। তেওঁ একেবাৰেই গ'লগৈ।

কথাকেইষাৰ কৈ যাওঁতে অহীন্দ্ৰৰ মাতত কিন্তু অস্বাভাৱিকতা একো নাই।

মই আচৰিতেই হ'লো।

খন্তেক তলকা মাৰি সুধিলো—কেতিয়া গ'ল?

ক'লে—আজি তিনিদিন হ'ল। আপোনাক খবৰটো দিবলৈ পাহৰি থাকিলো। অৱশ্যে পাহৰিব নালাগিছিল। আপোনাক পাহৰাৰ প্ৰশ্ন উঠিবই নালাগিছিল; কিন্তু পাহৰিলো। মোৰ এতিয়া পাহৰাৰ সময়েই আহিছে। অৰ্থাৎ মগজে মোৰ কাম নকৰাৰ সময় আহিছে। কিন্তু যিটো কথা মই সোনকালে পাহৰাৰ প্ৰয়োজন আটাইতকৈ বেছি, সেইটো কথা কিমান সোনকালে পাহৰিব পাৰো, সেইটো কথা ভাবিহে মোৰ চিন্তা বাঢ়িছে।

অহীন্দ্ৰই দেখোন মূল কথা এৰি ক'ৰবালৈ গুচি গৈছে। তাকো যেনিও। ময়ো অলপ চিন্তিত হ'লো। দীপালী যোৱা তিনিদিন হৈছে। অহীন্দ্ৰৰ এতিয়াও তেওঁৰ জীৱনৰ এছোৱা দীঘল সময় আগত পৰি আছে। আজিকালি প্ৰায়বোৰ মানুহেই দেখোন চাৰিকুৰি দেওনা পাৰ হয়েই। কিন্তু অহীন্দ্ৰই দীপালী যোৱাৰ ইমান কম সময়ৰ ভিতৰতে মোক পিছতো ক'ব পৰা কথাৰ পাতনি মেলিলেই।

অহীন্দ্ৰই কৈ গ'ল—দাদা, সিদিনা যে আপুনি দীপালীৰ খবৰ লৈ গ'ল সেই কথা তেওঁ মোক বহুবাৰেই ক'লে। বৰ ভাল পালে তেওঁ, আপুনি আহি তেওঁৰ খবৰ লোৱা বাবে। আপুনি যোৱাৰ পিছত তেওঁ আমাৰ দুয়োঘৰৰ পুৰণি সম্বন্ধটোৰ কথা, ঘনিষ্ঠতাৰ কথা, আত্মীয়ৰ কথা, অতি আনন্দৰে স্মৰণ কৰি বহুবোৰ কথাই ক'লে। তেওঁ কথাবোৰ কৈ যাওঁতে, মই মন কৰিছিলো, তেওঁৰ চকু দুটা কেতিয়াবা টুলটুলীয়া হৈছে, কিন্তু মাজে মাজে মুখত আনন্দৰ ৰেখাও ফুটি উঠিছে। তেওঁৰ কথাত প্ৰধানতঃ আপোনাৰ বৌৰ কথাই ঠাই পাইছিল আপোনাৰ বৌক তেওঁ বৰ ভাল পাইছিল।

অহীন্দ্ৰৰ কথা শুনি মই একৰকম আচৰিতেই হ'লো। আজি এই মুহূৰ্ত্তত অহীন্দ্ৰই মোক ইমানবোৰ কথা কিয় কব খুজিছে। কৈ হয়তো ভাল পাইছে। কৈ হয়তো মনটো পাতল কৰিব খুজিছে। কেতিয়াবা কেতিয়াবা এনেকুৱা সময়ত মানে ৰাতিপুৱাই শুই উঠাৰ পিছত মনৰ গধুৰতা অন্য সময়ৰ তুলনাত বাঢ়ে। এসময়ত এনে এটা সময় মোৰ জীৱনলৈয়ো আহিছিল। তেনে এটা সময় আজি অহীন্দ্ৰৰ জীৱনলৈয়ো আহিছে।

অহীন্দ্ৰক মোৰ ক'বৰ মন গ'ল—চৌধুৰী, আপুনি মোক আৰু এইবোৰ কথা নক'ব । মই সকলো বুজি পাইছো।

অহীন্দ্ৰৰ পৰিবাৰৰ মৃত্যু হ'ল। সেই খবৰটোকে দিব খুজি অহীন্দ্ৰই ৰাতিপুৱাই, তাকো ফোনত ইমানবোৰ কথা ক'লে। যিবোৰ কথা এইটো সময়ত মোক নোকোৱা হ'লেও হ'লহেঁতেন।

অহীন্দ্ৰই এবাৰত ক'লে— দাদা, মোৰ সৰু ছোৱালীজনীৰ বাবে দৰা এটা চাই দিব। আপোনাৰ ফিল্ডখন বৰ বহল। হাতখন বৰ দীঘল। বহুত মানুহৰ লগত আপোনাৰ চা-চিনাকি আছে, জনা-শুনা আছে।

মই ক'লো—আপুনি এইবোৰ কথা এতিয়াই কিয় চিন্তা কৰিছে, চৌধুৰী? এইবোৰ কাম হোৱাৰ একোটা বিশেষ সময় থাকে। সময় আহিলেই এইবোৰ কাম হৈ যাব। তাতে এইবোৰ কামত আপোনাৰ, মোৰ কোনো হাতো নাই। এইবোৰ হৈছে ঈশ্বৰৰ কাম। ঈশ্বৰৰ কাম ঈশ্বৰেই কৰি থাকিব।

মই বৰ বয়সস্থ আৰু বিজ্ঞ লোকৰ দৰে কথাষাৰ কোৱাৰ বাবে মোৰ মনলৈ লাজ লাজ ভাব এটা আহি গ'ল।

অহীন্দ্ৰই ক'লে— নহয় দাদা, তাইক যিমান সোনকালেই মই বিয়া দিব পাৰোঁ, সিমান সোনকালেই মই মোৰ দায়িত্বৰ বোজাৰ পৰা মুক্ত হ'ব পাৰো। দীপালীয়ে এই দায়িত্ব পালন কৰি মোক অকলশৰীয়া কৰি, মোৰ ওপৰতে দায়িত্ব এৰি দি তেওঁ গুচি গ'ল।

এই কথাখিনি অহীন্দ্ৰই ফোনত কওঁতে তেওঁৰ কণ্ঠস্বৰত যেন সামান্য কঁপনি উঠিছে, মোৰ এনে লাগিল।

এই কথাখিনিলৈকে মোটামুটিভাৱে ঠিকেই আছিল। দীপালী আৰু ঘূৰি নাহে। গতিকে দীপালীয়ে অহীন্দ্ৰৰ কান্ধত এৰি যোৱা কাম এটা অহীন্দ্ৰই দেৰি নকৰি সোনকালেই কৰাৰ কথাই ভাবিছে। ঠিকেই আছে। কিন্তু ইয়াৰ পিছত অহীন্দ্ৰই যিবোৰ কথা ক'লে—সেই কথাই মোৰ মনত এক প্ৰচণ্ড খুন্দা মাৰিলে।

অহীন্দ্ৰই ক'লে—দাদা, কেৱল মোৰ ছোৱালীজনীৰ বাবে দৰা চালেই নহ'ব, লগতে মোৰ বাবেও ছোৱালী এজনী চাব।

অহীন্দ্ৰৰ এই কথা শুনি মোৰ এনে লাগিল— এই কথা আচলতে ফোনত সিটো ফালৰ পৰা অহীন্দ্ৰই নিজে কৈছে, নে অহীন্দ্ৰ নামত আন কোনোবাই কৈছে। পৰিবাৰ ঢুকুৱা মাত্ৰ তিনিদিন হৈছে। অথচ এতিয়াই ইমান সোনকালে অহীন্দ্ৰই আকৌ এগৰাকী বিয়া কৰোৱাৰ কথা কিয় চিন্তা কৰিছে? অহীন্দ্ৰৰ জানো এতিয়া বিয়া কৰোৱাৰ বয়স আছে? তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰা

তিনি বছৰ পাৰ হৈ গ'ল। অৰ্থাৎ অহীন্দ্ৰৰ বয়স তিনিকুৰি এবছৰতকৈয়ো অধিক। কি হৈছে অহীন্দ্ৰৰ? মোৰ চিন্তাত আউল লাগি গ'ল।

মই সুধিলো— আপোনাৰ কি হৈছে চৌধুৰী? আপুনি এইবোৰ কি কথা কৈছে? মই হ'লে একো বুজিব পৰা নাই।

অহীন্দ্ৰই ক'লে—দাদা, ছোৱালী মানে মই তৰুণ ছোৱালীৰ কথা কোৱা নাই। এগৰাকী বৃদ্ধা, বিধৱা— যাৰ হয়তো কেও কিছু নাই। যাক এতিয়া বৃদ্ধ বয়সত এখন ছাতি লাগে। মই এনেকুৱা এগৰাকী মানুহকহে বিয়া কৰোৱাৰ কথা কৈছো। নহ'লে মই মোৰ সৰু ছোৱালীজনী বিয়া দিয়াৰ পিছত মোক কোনে চোৱা-চিতা কৰিব? মোৰ বেমাৰ-আজাৰ হ'লে মোক পৰিচৰ্যা কোনে কৰিব? মোক ভাত এমুঠি, পানী অকণমান কোনে দিব? অকলে যাব নোৱাৰা হ'লে মোক ধৰি ধৰি ডাক্তৰৰ ওচৰলৈ কোনে নিব? নিজে যাব নোৱাৰা হ'লে মোক বাথৰুমলৈ পেচাব-পায়খানা কৰাবলৈ কোনে নিব? মোৰ কাপোৰ-কানি কোনে সলাই দিব? মোৰ জীৱনলৈ যদি এনে একোটা দিন কেতিয়াবা আহে তেতিয়া মোৰ অৱস্থা কি হ'ব।

কথাখিনি কৈ যাওঁতে অহীন্দ্ৰৰ মাতটো যে থোকাথুকি হৈছে, সেই কথা ফোনত মই স্পষ্টভাৱে ধৰিব পাৰিলো। অহীন্দ্ৰৰ থোকাথুকি মাতে মোকো ক'ব নোৱাৰা কৰি তুলিলে।

ফোনটো থৈ, কাষতে থকা, হাত-মুখ ধোৱা বেচিনটোৰ ওপৰত, বেৰত থকা আইনাখনলৈ মই থৰ লাগি চাই ৰ'লো। দেখিলো মোৰ গালেৰেও দুধাৰি চকুলো বাগৰি আহিছে। মোৰ জীৱনলৈও যে এনে এছোৱা সময় নাহিব, তাৰেই বা নিশ্চয়তা ক'ত! অহীন্দ্ৰই ঠিকেই ভাবিছে। অহীন্দ্ৰৰো হয়তো মোৰ দৰে গ'লেই চকুপানী বৈ গৈছে!

মই চকু দুটা মোহাৰি ড্ৰয়িং ৰুমত চকী এখনতে গাটো এৰি দি বহিলোগৈ। লগে লগে মানুহৰ জীৱনৰ একোটাইত অতি কৰুণ দিশৰ একোখনি ছবি মোৰ মনলৈ আহিব ল'লে।

কিছুদিনৰ আগতে ক'ৰবাত পঢ়িছিলো—অসমৰ এজন সৰ্বজন পৰিচিত এক সন্মানীয় ব্যক্তিৰ মৃত্যুৰ আগৰ সময়ছোৱাৰ কথা। তেখেতৰ সতি-সন্ততি নাছিল। পৰিবাৰ আৰু তেওঁ। এটা সুখী পৰিয়াল। নোহোৱা নহয়, চিন্তা তেওঁলোকৰ আছিল। হ'লেও, ভালেৰেই চলি আছিল—মান-সন্মান, অৰ্থ-সম্পদেৰে। কিছুদিনৰ আগতে পৰিবাৰ ঢুকাল। মানুহজন অকলশৰীয়া হৈ গ'ল।

তেওঁৰ জীৱনলৈ দুখ আৰু বেদনাৰ এক ঢল নামি আহিল। অতি কম সময়ৰ ভিতৰতে নানা চিন্তাই মানুহজনক ৰোগাক্রান্ত কৰি শয্যাশায়ী কৰি পেলালে। তেওঁৰ কাম কৰা ল'ৰাজনে, অর্থাৎ লগুৱাজনেই হ'ল তেওঁৰ সাৰথি। এদিন তেওঁৰ এজন বন্ধুৱে তেওঁৰ খবৰ ল'বলৈ গৈ দেখিলে—মানুহজনক কেৱল এখন গামোচাহে পিন্ধাই থোৱা আছে। প্ৰায় অর্ধনগ্ন। বন্ধুজনে সেই ল'ৰাজনক সুধিলে— 'কিয় এনেদৰে গামোচাখন পিন্ধাই থৈছা?'

লগুৱাজনে ক'লে—তেখেতে অনবৰত বিছনাতেই পেচাব কৰি থাকে। গতিকে কাপোৰনো কিমান সলাম?

মৃত্যুৰ আগমুহূর্তত অসমৰ কলা-সংস্কৃতিৰ জগতত এসময়ত দপদপাই থকা সেই মানুহগৰাকীৰ, পত্নীৰ অবর্তমানত, যি অৱস্থাত দিন কটাবলগীয়া হ'ল, সেয়া নিতান্তই এক হৃদয়-বিদাৰক কথা।

আৰু ক'ৰবাত পঢ়িছিলো—বৃদ্ধ বয়সত, অচল অৱস্থাত, পৰিচর্যা আৰু সেৱা-শুশ্রূষা কৰাৰ ক্ষেত্ৰত পত্নীৰ আন কোনো 'ছাবষ্টিটিউট' হ'ব নোৱাৰে। পত্নীয়ে যি কাম কৰিব পাৰিব, সেই কাম পো-বোৱাৰী, জী-জোঁৱাই বা আন কোনোবাই কৰিব নোৱাৰে।

বৃদ্ধ বয়সত, বিশেষকৈ যিটো সময়ত এক বিশেষ শুশ্রূষা, এক বিশেষ পৰিচর্যাৰ প্রয়োজন আটাইতকৈ বেছি, সেইটো সময়ত পত্নীৰ অনুপস্থিতিত আলাই-আথানি হৈ এই সংসাৰৰ পৰা বিদায় লোৱাৰ উদাহৰণ বহুতেই আছে।

অহীন্দ্রই এই বৃদ্ধ বয়সত নতুনকৈ বিয়া কৰাব খোজাৰ অন্তৰালত এনেবোৰ কাৰকেই যে ক্রিয়া কৰিছে, সেই কথা বুজাত মোৰ একো অসুবিধা নহ'ল। কিন্তু যিসকলৰ পৰিবাৰ জীৱিত আছে, তেওঁলোকে অহীন্দ্রৰ মনৰ কথা কিমান সঠিকভাৱে অনুধাৱন কৰিব পাৰিব সেই বিষয়ে সন্দেহ কৰিব পৰা থল আছে। মই নিজেও ভুক্তভোগী।

আজি সাত বছৰৰ আগতে মোৰ পৰিবাৰেও মোক অকলশৰীয়া কৰি গুচি গ'ল। তেওঁ যোৱাৰ পিছত মোৰ ঘৰখনলৈ কেনে ধৰণৰ শূন্যতা আহিল, সেয়া বুজাব পৰা কথা নহয়। তেওঁৰ মৃত্যুৰ বহুদিনলৈকে মোৰ ঘৰলৈ কোনোবা আহিলে মই চিঞৰি কওঁ—"হেৰা, এখেত আহিছেহে।" পিছ মুহূর্ততেই মনলৈ আহে— মইনো কাক মাতিছো, তেওঁতো কেতিয়াবাই মোক এৰি গুছি গ'ল। ঠিক সেইদৰে কেতিয়াবা আলহী যাবৰ সময়তো কৈ পেলাওঁ—"হেৰা এখেতে যাবলৈ ওলাইছে।" আহি যায়, মুখত আহি যায়। সুদীর্ঘ বিবাহিত জীৱনত কৈ

অহা কথা। পাহৰি যাওঁ, তেওঁ যে নাই। কথাষাৰ মনত পৰিলে বুকুখন কৰ'ৰাত বিষোৱা যেন লাগিল।

অহীন্দ্ৰৰ জীৱনলৈও নতুন দিনৰ আগমন ঘটিছে এই নতুন দিনৰ মোকাবিলা কৰিবলৈ অহীন্দ্ৰই অকণো কাল বিলম্ব নকৰি নতুন কথাকে চিন্তা কৰিছে। অহীন্দ্ৰই ঠিকেই ভাবিছে।

চকীখনত বহি বহি পুৰাৰ নিৰ্জনতাৰ মাজত মই অহীন্দ্ৰৰ, এই পৰিয়ালটিৰ কথাও ভাবিবলৈ আৰম্ভ কৰিলো।

অহীন্দ্ৰ আছিল এখন অখ্যাত গাঁৱৰ; কিন্তু অতি চহকী পৰিয়ালৰ এক উপযুক্ত সন্তান: তেতিয়াৰ দিনত অহীন্দ্ৰৰ দেউতাকৰ মাটিৰ পৰিমাণ আছিল হেনো প্ৰায় এশ পুৰা। অতি মেধাৱী ছাত্ৰ আছিল অহীন্দ্ৰ। সেয়েহে মেধাৱী অহীন্দ্ৰই পঢ়া-শুনা কৰি সময়ত গৈ ইঞ্জিনীয়াৰ হ'লগৈ।

লক্ষীমপুৰ, তেতিয়াৰ উত্তৰ লক্ষীমপুৰত, অহীন্দ্ৰ আৰু আমি একেবাৰে ওচৰা-ওচৰিকৈ আছিলো—চাকৰি সূত্ৰে। আমাৰ দুয়ো ঘৰৰে ইমানেই মিল আছিল যে কেতিয়াবা এই কথা ভাবিবলৈ মনেই নগৈছিল যে আমি আচলতে দুঘৰ মানুহ। আমাৰ মাজত জীৱনত কোনো দিন পাহৰিব নোৱাৰা এক আত্মীয়তা, এক ঘনিষ্ঠতাই গঢ় লৈ উঠিছিল

অহীন্দ্ৰৰ প্ৰথম সন্তান আছিল এটি ল'ৰা। কিন্তু কেইদিনমান টাইফয়ড ৰোগত ভুগী সেই কণমানি ল'ৰাজনে তিনি বছৰ বয়সতে ইহ সংসাৰৰ পৰা বিদায় ল'লে। এক অতি শোকজনক কথা।

এয়া অহীন্দ্ৰৰ পৰিয়ালটিক আমি লগ পোৱাৰ আগৰ কথা। তাৰ পিছত অহীন্দ্ৰৰ পৰিয়াললৈ এটি নহয়, দুটি নহয়, তিনিটাকৈ প্ৰাণীৰ আগমন ঘটিল। কিন্তু এই আটাইকেইটি প্ৰাণীয়েই হ'ল কন্যা সন্তান। অহীন্দ্ৰ আৰু দীপালীৰ মন দুখ আৰু বেজাৰে অনবৰতে আবৰি ৰখা হ'ল। তেওঁলোকে হাঁহিব নজনা হ'ল। অহীন্দ্ৰ এনেয়েও ধনী মানুহৰ ল'ৰা। তাতে তেওঁ নিজে হ'ল ইঞ্জিনীয়াৰ। অভাৱ কি অহীন্দ্ৰ আৰু দীপালীয়ে কোনো দিনেই বুজি নাপালে। কিন্তু অহীন্দ্ৰ আটাইতকৈ চিন্তিত হ'ল তেওঁৰ ইমানবোৰ সা-সম্পত্তি চোৱা-চিতা কোনে কৰিব! বাপেকৰ প্ৰায় এশ পুৰা মাটিকে ধৰি অগাধ সম্পত্তি। নিজৰবোৰতো আছেই। বংশ ৰক্ষাৰ কথা আছে। মৰিলে মুখাগ্নি কৰাৰ কথা আছে।

অহীন্দ্ৰ আৰু দীপালীক এক পুত্ৰ সন্তানৰ বৰ প্ৰয়োজন হ'ল। দীপালীয়ে মোৰ পৰিবাৰক এইবোৰ কথা, তেওঁলোকৰ সকলো থাকিও একো নথকাৰ কথা, মনৰ দুখ-বেদনাৰ কথা, মাজে মাজে কৈ মন পাতল কৰে।

অহীন্দ্ৰ আৰু দীপালীয়ে তীৰ্থযাত্ৰাৰ এক পৰিকল্পনা যুগুত কৰিলে। এক দীঘলীয়া ছুটী লৈ তেওঁলোকে ভাৰতৰ বিভিন্ন স্থানত অৱস্থিত প্ৰায় সকলো তীৰ্থস্থানলৈকে গ'ল এটি পুত্ৰ সন্তানৰ বাবে য'ত যেনেকৈ দান-দক্ষিণা দিব লাগে পূজা-পাতল কৰিব লাগে, প্ৰাৰ্থনা জনাব লাগে সকলো কৰিলে। কেৱল তীৰ্থস্থান দৰ্শন কৰিবলৈ যোৱাৰ সময়তেই নহয়, অন্য সময়তো অন্য ঠাইতো ওপৰিউক্ত পুণ্য কামবোৰ পূৰ্ণ গতিত চলাই থাকিল আমিও শুভাকাংক্ষী হিচাপে আৰু তেওঁলোকৰ এটি পুত্ৰ সন্তানৰ প্ৰয়োজনীয়তাৰ যথাৰ্থতা উপলব্ধি কৰি, মনে-প্ৰাণে কামনা কৰিছিলো, তেওঁলোকৰ সংসাৰলৈ এটি পুত্ৰ সন্তানৰ আগমন ঘটক।

যথাসময়ত দীপালী পুনৰ অন্তঃসত্ত্বা হ'ল। দিনবোৰ স্বাভাৱিক গতিৰে মাহলৈ আগবাঢ়িল কিন্তু অহীন্দ্ৰ আৰু দীপালীৰ এই দিনবোৰ, এই মাহবোৰ বৰ দীঘলীয়া যেন লগা হ'ল তেওঁলোকক অনতি পলমেই এটি পুত্ৰ সন্তান লাগে দীপালীয়ে মাজে মাজে মোৰ পৰিবাৰক কোৱা হ'ল—বাইদেউ, এইবাৰ মোৰ লক্ষণবোৰ বেলেগ বেলেগ লাগিছে

পৰিবাৰে কয়— চাবি বই, নতুন নতুন লাগিবই। এইবাৰ যে তোমালোকৰ সংসাৰলৈ এক পুত্ৰ সন্তানৰ আগমন ঘটিছে।

দীপালীৰ ওঁঠত এক হাঁহিৰ ৰেখা জিলিকি উঠে মোৰ পৰিবাৰো এই কথাত নিশ্চিন্ত যে এইবাৰ অহীন্দ্ৰ আৰু দীপালীয়ে এক পুত্ৰ সন্তানৰ মুখ দেখিবই। কিন্তু দীপালীৰ পুত্ৰ সন্তান হোৱা চাবলৈ নাপাওঁতেই, দীপালীৰ গৰ্ভত সন্তানটিয়ে সাত মাহৰ স্থিতি লওঁতেই আমি তেজপুৰলৈ বদলি হৈ যাবলগীয়া হ'ল। অহীন্দ্ৰহঁত উত্তৰ লক্ষীমপুৰতে থাকিল। উত্তৰ লক্ষীমপুৰ একেবাৰে এৰাৰ মুহূৰ্তত আমাৰ দুয়ো ঘৰৰ মাজত যি করুণ আৰু মৰ্মস্পৰ্শী দৃশ্য সৃষ্টি হৈছিল সেয়া জীৱনত, এক পাহৰিব নোৱাৰা কথা। কিমান যে মিলেৰে আছিলো আমি দুয়ো ঘৰ মানুহ।

তেজপুৰলৈ গ'লো যদিও দীপালীহঁতৰ খা-খবৰ আমি পূৰামাত্ৰাই লৈ আছিলো। পৰিবাৰে কৈছিল— দীপালীৰ ল'ৰাটো হ'বৰ সময়ত মই যদি দীপালীৰ কাষত থাকিবলৈ পালোহেঁতেন, কিমান যে ভাল লাগিলহেঁতেন।

মোৰ পৰিবাৰৰো ল'ৰা নাই। ছোৱালী তিনিজনী। কিন্তু দীপালীৰ যে ল'ৰা হ'ব, সেই কথাই মোৰ পৰিবাৰৰ অন্তৰতো যে আনন্দৰ খলকনি তুলিব— সেইটো নিতান্তই স্বাভাৱিক কথা। আমাৰ ল'ৰা নোহোৱাৰ বাবে অৱশ্যে আমাৰ

মনত কোনো খেদ নাই। লোকৰ ল'ৰা হ'লে ঈৰ্ষা কৰিবলগীয়াও একো নাই। আমাৰ সা-সম্পত্তি এনেকুৱা নহয় যে এইবোৰ চোৱা-চিতা কৰিবলৈ আমাক পুত্ৰ সন্তান নহ'লেই হয়। ছোৱালী তিনিজনী লৈয়েই আমি সন্তুষ্ট। কিন্তু এই কথা আমিও হৃদয়ংগম কৰিছিলো যে অহীন্দ্ৰ আৰু দীপালীৰ কথা আমাৰ দৰে নহয়। তেওঁলোকক সঁচাকৈয়েই এটি পুত্ৰ সন্তান লাগে। সেয়েহে আমিও সৰ্বান্তকৰণে প্ৰাৰ্থনা জনাইছিলো—হে ঈশ্বৰ, তেওঁলোকক এটি পুত্ৰ সন্তান দিয়া। আমি আমাৰ কাৰণে বিচৰা নাই। তেওঁলোকৰ কাৰণেহে বিচাৰিছো।

সময়বোৰ দ্ৰুত গতিৰে আগবাঢ়ি গ'ল। এটা সময়ত গম পালো—ঈশ্বৰে কাৰো প্ৰাৰ্থনাই মঞ্জুৰ নকৰিলে। এইবাৰ দীপালীৰ একেলগে দুজনী ছোৱালীহে জন্ম হ'ল। আগৰ তিনিজনীতো আছেই, এতিয়া মুঠতে পাঁচজনী ছোৱালী হ'ল। অহীন্দ্ৰ আৰু দীপালীৰ মন ভাগি পৰিল, দুখ আৰু বেজাৰত তেওঁলোকে অন্তৰ হাহাকাৰ কৰি উঠিল অহীন্দ্ৰ আৰু দীপালীৰ জীৱনলৈ অমাৱস্যাৰ ঘোৰ অন্ধকাৰ নামি আহিল। তেওঁলোকে পৃথিবীত জীয়াই থকাৰ সাৰ্থকতা নেদেখা হ'ল।

লাহে লাহে তেওঁলোকৰ লগত আমাৰ যোগাযোগ কমি আহিল। তেজপুৰত দুটা বছৰ কটোৱাৰ অন্তত আমাক কৰিমগঞ্জলৈ বদলি কৰিলে। তাৰ পিছত তেওঁলোকৰ লগত আমাৰ যোগাযোগ সম্পূৰ্ণভাৱেই বিচ্ছিন্ন হৈ গ'ল। এইদৰে পাৰ হৈ গ'ল সম্পূৰ্ণ ত্ৰিছটা বছৰ। ইতিমধ্যে আমাৰ জীৱনলৈ আহিবলগীয়া স্বাভাৱিক পৰিৱৰ্তনবোৰ আহি গ'ল। কিন্তু আমি কোনেও জনা নাছিলো কাৰ ঘৰলৈ, কাৰ জীৱনলৈ ইতিমধ্যে কেনেকুৱা ধৰণৰ পৰিৱৰ্তন আহিল।

মাত্ৰ কেইমাহমানৰ আগতেহে ফাঁচীবজাৰত এদিন হঠাৎ অহীন্দ্ৰক লগ পাই গ'লো। প্ৰথমতে অহীন্দ্ৰই মাতিলে—দাদা মোক চিনি পাইছেনে? মই অহীন্দ্ৰ, সেই যে অহীন্দ্ৰ।

মই অহীন্দ্ৰক মানুহৰ মাজতে গৰা মাৰি ধৰিলো। চকু দুটা সেমেকি উঠিল। অহীন্দ্ৰ আগতকৈ বহুত শকত হ'ল। কিন্তু গাল-মুখত বয়সৰ চাপ স্পষ্ট। চুলিও পকিল।

ঃ কওকচোন চৌধুৰী, আপোনালোকৰ খবৰ।—মই অহীন্দ্ৰক সুধিলো।

অহীন্দ্ৰই ক'লে—মই আমাৰ খবৰ ক'ম বাৰু দাদা। প্ৰথমতে আপোনাৰ খবৰ কওকচোন। বৌ ভালে আছেনে?

অহীন্দ্ৰক উত্তৰ কি দিম, সেই কথা খন্তেক তভক মাৰি চিন্তা কৰিলো।

ক'লো—মোৰ ডাঙৰ ছোৱালীজনী বিয়া দিয়া সাত বছৰ নহ'লেই, পাঁচদিনীয়া জণ্ডিছ ৰোগত জোঁৱাই ঢুকাল। ২৭ বছৰ বয়সতেই তাই বিধৱা হ'ল।

অহীন্দ্ৰই থৰ হৈ মোৰ মুখলৈ চাই ৰ'ল। তাৰ পিছত পুনৰ আৰম্ভ কৰিলো—জোঁৱাই ঢুকুৱা দুবছৰ নৌহওঁতেই আপোনাৰ বৌৱেক মানে মোৰ পৰিবাৰো ঢুকাল।

অহীন্দ্ৰৰ মুখলৈ নোচোৱাকৈয়ে ইয়াৰ পিছৰ কথাখিনি অহীন্দ্ৰক এফালৰ পৰা কৈ গ'লো। এবাৰ অহীন্দ্ৰৰ মুখলৈ চালো। দেখিলো—অহীন্দ্ৰই ৰুমাল এখন পকেটৰ পৰা উলিয়াই চকুৰ পৰা ওলাই অহা পানীখিনি মচি ল'লে। এনেকৈয়ে কেতিয়াবা কেতিয়াবা আন মতা মানুহৰো চকুপানী ওলায়—মই ভাবিলো। মোৰ মাতটোও থোকাথুকি হৈ থাকিল। মই আৰু কথা ক'ব নোৱাৰা হ'লো। কিন্তু অহীন্দ্ৰৰ দৰে আমাৰ নিচিনা মনৰ বেদনা অনুভৱ কৰিব পৰা মানুহ এজন পাই ভালো লাগিল।

এইবাৰ অহীন্দ্ৰৰ কথা কোৱাৰ পাল পৰিল। অহীন্দ্ৰই কৈ গ'ল—মোৰ চাৰিজনী ছোৱালী ইতিমধ্যে বিয়া দিলো।

সিহঁত কেইজনী ক'ত আছে গিৰীয়েকহঁতে ক'ত কি কৰে, সকলো কথা এফালৰ পৰা কৈ গ'ল। এইদৰে কথা কৈ থাকোতে এবাৰত অহীন্দ্ৰ ৰৈ গ'ল।

ঃ কওক চৌধুৰী, আপুনি যে ৰৈ গ'ল, তাৰ পিছৰ খবৰবোৰ কওক। —মই ক'লো

অহীন্দ্ৰই ক'লে—দাদা, ময়ো আপোনাৰ নিচিনাই হ'বলৈ ওলাইছো।

মই উচপখাই উঠিলো। কি ক'ব খুজিছে অহীন্দ্ৰই।

ঃ আপুনি কি ক'ব খুজিছে, মোক খুলি কওক চৌধুৰী। মই আজিকালি নিজে চিন্তা কৰি কথা বুজিব নোৱাৰা হৈ আহিছো।

অহীন্দ্ৰই ক'লে—মোৰ পৰিবাৰেও এতিয়া মৃত্যুশয্যাত মৃত্যুৰ ক্ষণ গণি আছে। সেই দুৰাৰোগটোৱে পালে।—কথাষাৰ কৈ অহীন্দ্ৰই আকৌ এবাৰ পকেটৰ পৰা ৰুমালখন উলিয়াই চকু দুটা মোহাৰি ল'লে।

অহীন্দ্ৰই ঠিকেই কৈছে, মোৰ আৰু অহীন্দ্ৰৰ জীৱন ৰথৰ চকা একেফালেই ঘূৰিছে।

অহীন্দ্ৰই আকৌ ক'লে— যাবচোন দাদা, এবাৰ দীপালীক মাত এষাৰ দি আহিব। মই নুনমাটিৰ ৰিফাইনেৰীৰ ওচৰতে থাকো। অৱসৰ গ্ৰহণ কৰা তিনি বছৰ হ'ল। তেতিয়াৰ পৰাই সেই ঘৰটোতে আছো। আগতেই সজা ঘৰ।

অহীন্দ্ৰ আৰু মই দুয়ো এৰা-এৰি হ'লো। দুয়োৰে মন গধুৰ আৰু বেদনাসিক্ত।

মই সাধাৰণতে মানুহৰ ঘৰলৈ এনেয়ে ফুৰিবলৈ যাওঁ বুলি নাযাওঁ। কিন্তু দুটা সময়ত মই যাবলৈ সদায়েই যত্নপৰ হওঁ। এটা আনন্দৰ সময় আৰু আনটো শোক-দুখ, বেজাৰ-বেদনা, বিপদ-আপদৰ সময়। কাৰোবাৰ ল'ৰা-ছোৱালীয়ে পৰীক্ষাত ভালদৰে পাছ কৰিছে, কাৰোবাৰ ল'ৰা-ছোৱালীৰ বিয়াৰ বন্দবস্ত হৈছে কাৰোবাৰ ল'ৰা-ছোৱালীয়ে চাকৰি-বাকৰি পাইছে, কোনোবাই প্ৰমোচন পাইছে অথবা সামাজিক মান-মৰ্যদাৰ ওখ আসন পাইছে— এনেবোৰ আনন্দৰ সময়ত মই খবৰ ল'বলৈ যাওঁ। সেইদৰে কাৰোবাৰ বেমাৰ-আজাৰ হৈছে কোনোবা দুৰ্ঘটনাত পতিত হৈছে, কোনোবা হস্পিতালত/নাৰ্ছিং হোমত পৰি আছে, কিবা বিপদ-আপদ হৈছে, কাৰোবাৰ মৃত্যু হৈছে, এনেবোৰ দুখ-বেদনা আৰু শোকৰ সময়ত মই খবৰ ল'বলৈ যাওঁ। এইদৰে খা-খবৰ লোৱাটো মই আমাৰ সংস্কৃতিৰ একোটাইত বিশেষ উপাদান বুলি ভাবো।

সিদিনা, ফাঁচীবজাৰত অহীন্দ্ৰৰ মুখত দীপালীৰ অসুখৰ কথা শুনি মই এদিন দীপালীৰো খবৰ ল'বলৈ অহীন্দ্ৰৰ ঘৰটো বিচাৰি উলিয়ালোগৈ। দীপালী তেতিয়া শয্যাগতই। তেওঁ উঠি আহিব নোৱাৰা হেতুকে অহীন্দ্ৰই মোক দীপালী শুই থকা কোঠাটোলৈকে লৈ গ'ল।

মই গৈ মোৰ নিজৰ চকুকে বিশ্বাস কৰিব নোবাৰা হ'লো। দীপালী বহুত খীণালে। দীপালীয়ে মোক দেখি সৰু ছোৱালীৰ নিচিনাকৈ ফেকুৰি ফেকুৰি কান্দিলে। ক'লে—দাদা, সিদিনা এওঁৰ মুখত আপোনাৰ বাইদেউৰ মৃত্যুৰ কথা শুনি মোৰ অন্তৰাত্মাই কান্দি উঠিছিল। আজিও সেয়েই হৈছে। বাইদেৱে মোক নিজৰ ভনীৰ দৰে মৰম কৰিছিল। কিন্তু বাইদেউক মই যোৱা ত্ৰিছ বছৰেই দেখা নাপালো। এতিয়াতো দেখা পোৱাৰ প্ৰশ্নই নুঠে। কি যে আমাৰ জীৱনবোৰ!

সেইটো অৱস্থাত দীপালীক তেওঁৰ অসুখৰ বাবে, মই অতি গতানুগতিক ভাষাৰে, সোনকালে আৰোগ্য হৈ উঠাৰ শুভ-কামনা জনাই এক ঢুলঢুলীয়া চকু আৰু গভীৰ মনোবেদনাৰে দীপালীৰ কোঠাৰ পৰা ওলাই আহিলো।

এয়া দীপালীৰ মৃত্যুৰ প্ৰায় এমাহৰ আগৰ কথা। এই দীপালীৰ মৃত্যুৰ খবৰটো মোক অহীন্দ্ৰই ফোনত দিছিল। খবৰটো পোৱাৰ দুঘণ্টামানৰ ভিতৰতে মই অহীন্দ্ৰৰ ঘৰ ওলালোগৈ। অহীন্দ্ৰই মোক দেখি সৰু ল'ৰাৰ দৰে হুক্ হুকাই কান্দি উঠিল। কেতিয়াবা বয়সস্থ মানুহেও যে এনেদৰে কান্দিব পাৰে,

কান্দিবলগীয়া হয়, সেই কথা সকলোৱে নুবুজে, বুজিব নোৱাৰে। সকলো মানুহৰ অনুভূতিবোৰো একে নহয়, হ'ব নোৱাৰে। অহীন্দ্ৰক মই কি বুলিনো সান্ত্বনা জনাম! তথাপি ক'লো—আপুনি ভাগি নপৰিব। ঈশ্বৰ আছে, ঈশ্বৰে নিশ্চয় আপোনাক সহায় কৰিব। এই দুখ, এই শোক সহ্য কৰিব পৰাৰ জোখাৰে ঈশ্বৰে আপোনাক মনোবল দিব।— এয়া আছিল নিতান্তই এক সাধাৰণ ধৰণৰ সান্ত্বনাবাণী।

তাৰপিছত দিনবোৰ গতানুগতিকভাৱে আগবাঢ়ি যাবলৈ ধৰিলে দীপালীৰ মৃত্যুৰ তিনিদিনৰ দিনা অহীন্দ্ৰই মোক ফোনত কোৱা কথা দুআষাৰ মোৰ কাণত সদায় বাজি থকা হ'ল। অহীন্দ্ৰৰ সৰু ছোৱালীজনীৰ বাবে এটা দৰা চাই দিব লাগে। অহীন্দ্ৰৰ বাবেও এগৰাকী বিধবা বৃদ্ধা চাই দিব লাগে।

খবৰ-খাতি নকৰা নহয়, কৰি আছো। বহুতকে কৈছো। খবৰ নোপোৱা নহয়, পাইছো। কিন্তু পছন্দ হোৱা নাই। মনে বিচৰা ধৰণেৰে পোৱা নাই। বিয়া-বাৰুৰ কথা। ঘৰ-সংসাৰ কৰাৰ কথা। বহুতবোৰ চিন্তা কৰিবলগীয়া কথা আছে।

অহীন্দ্ৰই মাজে মাজে ফোন কৰে—দাদা, মোৰ কথাকেইটা মনত আছেনে?

ঃ আছে চৌধুৰী, আছে। আপুনি চিন্তা নকৰিব। এয়া কেৱল আপোনাৰ সমস্যাই নহয়, মোৰো সমস্যা। তথাপি আপুনিও খবৰ কৰক। কেৱল মোৰ ওপৰতে নিৰ্ভৰ কৰি নাথাকিব।—মই ক'লো।

অহীন্দ্ৰই ক'লে—ময়ো চাই আছো দাদা। ক'ৰবাত খবৰ পালে আপোনাক জনাম।

এইদৰে এমাহ-দুমাহ কৰি চাৰি মাহ পাৰ হৈ গ'ল।

মই অহীন্দ্ৰক একো খবৰ দিব পৰা নাই। নিজৰেই বেয়া লাগি আছে।

কিন্তু এদিন খবৰ আহিল—অহীন্দ্ৰৰ ঘৰৰ পৰাই। ফোনত অহা খবৰ। সেই একেই সময়। পুৱা সাতমান বজাত।

ঃ কোনে কৈছে?—ফোনটো ময়েই ধৰি সুধিলো।

ঃ আংকল, মই অহীন্দ্ৰ চৌধুৰীৰ সৰুজনী ছোৱালী ৰূপাই কৈছো। ৰূপালী।

ঃ অ' ৰূপা, কোৱা। ইমান ৰাতিপুৱাই যে ফোন কৰিলা? দেউতাৰা নাই নেকি? মই সুধিলো।

ঃ আছে, দেউতা শুই আছে। আংক'ল, দেউতাই আপোনাক মোৰ বাবে দৰা এটা চাবলৈ কৈছিল নহয়, মনত আছে?

ঃ আছে ৰূপা, আছে। মই দৰা চায়েই আছো। কিন্তু তোমাৰ লগত তোমালোকৰ ঘৰখনৰ লগত মিলা মানুহ নাই পোৱা কাৰণে মই তোমালোকক খবৰ দিয়া নাই।

ঃ এটা কথা আংক'ল, মোৰ বাবে আপুনি আৰু দৰা চাব নালাগে। যোৱা ৰাতি কামাখ্যাত মোৰ বিয়া হৈ গ'ল

ঃ হয়! কাৰ লগত? ক'ৰ দৰা? — মই একে উশাহতে সুধি পেলালো।

ঃ সেইবোৰ পিছত ক'ম আংক'ল সেইবোৰ দীঘলীয়া কথা। কিন্তু আংক'ল, দেউতাই আপোনাক তেওঁৰ বাবেও ছোৱালী এজনী, মানে বিধৱা এগৰাকী চাবলৈও কৈছিল, নহয় জানো?

ঃ হয় কৈছিল তেওঁৰ বাবেও মই চাই আছো কিন্তু তেওঁ যেনেকুৱা মানুহ বিচাৰিছে, তেনেকুৱা মানুহ পোৱা নাই।

ঃ এতিয়া দেউতাৰ বাবেও ছোৱালী আৰু চাব নালাগে।

ঃ কিয়? —মই অলপ আচৰিত হোৱাৰ দৰে সুধিলো।

ঃ আজি পুৱা ৪ ১৫ বজাত হঠাৎ এটেক হৈ দেউতাই ইহসংসাৰৰ পৰা বিদায় ল'লে মোৰ অবিহনে, মোৰ বিয়াৰ পিছত, দেউতাক সেৱা শুশ্রূষা কৰিবলৈ আৰু কোনো মানুহৰ প্ৰয়োজন নাই, আংক'ল—কোনো প্ৰয়োজন নাই। - এইবুলি অতপৰে সহজভাৱেই কথা কৈ যোৱা ছোৱালীজনীয়ে হুকহুকাই কান্দি পেলালে।

ꣻ ꣻ